সাহিত্য আবহমান কালৰেপৰা সমাজ-সংস্কৃতিৰ সাৰ্থক বাৰ্তাবাহীৰূপে পৰিচিত। সেয়ে সমাজ-সভ্যতাৰ গতি-গোত্ৰৰ লগত সাহিত্য বিশেষভাৱে জড়িত। সাংস্কৃতিক কিম্বা অনা-সাংস্কৃতিক বিপৰ্যয়ৰ মাজতো সাহিত্যৰ গতি সদায় অপ্ৰতিহত। যি কোনো সমাজৰ উৰ্বৰ মস্তিষ্কৰ সফল চিত্ৰফলক সেই সমাজৰ অক্ষয় সাহিত্য-সম্ভাৰ। স্তৰভেদে সেই সাহিত্যৰ অধ্যয়নৰ মান নিৰ্দেশিত হৈ আহিছে; কিশোৰ পৰ্যায়ৰ অধ্যয়নযোগ্য সাহিত্যৰ পৰিসৰ যুৱা নাইবা প্ৰৌঢ় পৰ্যায়তকৈ নিশ্চয় সঙ্কীৰ্ণ, কিন্তু বিষয়বস্তুৰ প্ৰাঞ্জলতা আৰু লগতে তাৰ ব্যাপকতাৰ সম্ভেদ বৰ্তমান। এই দৃষ্টিৰে অসমীয়া সাহিত্যৰ ইতিহাসৰ প্ৰশস্ত পটভূমিৰপৰা আহৰিত সা-সামগ্ৰীৰদ্বাৰা **অসমীয়া সাহিত্যৰ কথা** সমৃদ্ধ। চমু কথাত, এই সাহিত্যৰ কথা প্ৰগতিশীল দৃষ্টিভঙ্গীৰে যুগুত কৰা অসমীয়া সাহিত্য-কৰ্মৰ বিকাশধাৰাৰ অন্যতম বিকাৰগ্ৰস্তহীন নৱীন সংকলন।

পৰম আৰাধ্য পিতৃদেৱ
শ্ৰীযুত ৰমাকান্ত গোস্বামীৰ
কৰ কমলত



# অসমীয়া সাহিত্যৰ কথা

[ গুৱাহাটী, ডিব্ৰুগড় আৰু কলিকতা বিশ্ববিদ্যালয়ৰ
প্ৰাক্-বিশ্ববিদ্যালয় আৰু বি-এ ছাত্ৰৰ বাবে ]

শ্ৰীসত্যেন্দ্ৰনাৰায়ণ গোস্বামী
এম.এ., ডি.ফিল.( কেল )



পূৰ্ব প্ৰকাশ
১৯এ বালক দত্ত লেন
কলিকতা-সাত

ASAMIYA SAHITYAR KATHA : A popular book on history of Assamese Literature by Shri Satyendranarayan Goswami, M.A., D. Phil. (Cal) U. G. C. Senior Research Fellow at Gauhati University written according to the needs of the P. U. and B. A. students of the Universities of Assam and West Bengal. . Price : Rs. 3·00 only.

পৰিবেশক

বাণী প্ৰকাশ

গুৱাহাটী - ১

প্ৰকাশক : শ্ৰীজ্যোতিপদ চৌধুৰী, এম. এ., পূৰ্ব প্ৰকাশ, ১৯এ বালকদত্ত লেন, কলিকতা-৭ ছপা : শ্ৰীপ্ৰফুল্লকুমাৰ বক্সী, নিউ প্ৰিণ্টাৰ্চ, ২০৯চি বিধান সৰণী, কলিকতা-৬ বন্ধা : ইণ্ডিয়া বাইণ্ডাৰ্চ, ৬৫ বৈঠকখানা ৰোড, কলিকতা-৯ চিত্ৰশিল্পী : শ্ৰীবিজয় মণ্ডল, কলিকতা-৬
প্ৰথম প্ৰকাশ : আগষ্ট, ১৯৬৭
বেচ : তিনি টকা মাথোন।

# নিবেদন

বৰ্তমান অসমীয়া সাহিত্যৰ ইতিহাসৰ যে অভাৱ নাই সেই কথা সঁচা, কিন্তু তাৰ মাজতো 'অসমীয়া সাহিত্যৰ কথা' ৰচনাৰ প্ৰয়োজনীয়তা আছে। কিয়নো ইতিমধ্যে প্ৰকাশিত প্ৰায়খিনি সাহিত্য-বুৰঞ্জীৰ ৰচনাৰ দৃষ্টিভঙ্গী মূলতঃ একেটাই যদিও সিবোৰৰ বিচাৰধাৰা একে নহয়। তদুপৰি আটাই কেখন পুথিয়েই সাহিত্য-ৰচনা, তাৰ বিচাৰ আৰু তথ্যপঞ্জীৰ তালিকাৰদ্বাৰা সমৃদ্ধ; কিন্তু এচাম পাঠক-পাঠিকাৰ কাৰণে কম সময়ৰ ভিতৰতে সামান্য আয়াসতে ৰসোপলব্ধি কৰিব পৰা সাহিত্যৰ বুৰঞ্জীৰ আৱশ্যক। সেই অভাৱলৈ লক্ষ্য ৰাখিয়েই এই পুথিৰ পৰিকল্পনা লোৱা হৈছে।

সম্প্ৰতি উচ্চতৰ মাধ্যমিক বিদ্যালয় আৰু প্ৰাক্ বিশ্ববিদ্যালয় আদি শ্ৰেণীত অসমীয়া সাহিত্যৰ ইতিহাস আংশিকভাৱে হলেও পাঠ্যক্ৰমৰ অন্তৰ্ভুক্ত কৰা হৈছে। পাঠ্যক্ৰমৰ বিস্তাৰিত পাঠ্যসূচীয়ে বৰ্তমান এটা গৰুত্বপূৰ্ণ অৱস্থা পাইছেহি। গতিকে সেই কথাৰ গুৰুত্বলৈ চাই অসমীয়া সাহিত্যৰ এই পৰ্যায়ৰ বুৰঞ্জী প্ৰণয়ন অপৰিহাৰ্য হৈ পৰিছে।

সাহিত্যৰ বুৰঞ্জী কেৱল গ্ৰন্থপঞ্জী আৰু গ্ৰন্থৰচনাৰ তালিকা-সংকলনেই নহয়, সাহিত্য বিচাৰ-পদ্ধতি আৰু সাহিত্য-ৰচনাৰ অন্তৰালত যি ভাবধাৰা সক্ৰিয় হৈ থাকে তাৰো সামান্য পৰিচয় দিয়া দৰ্কাৰ। মাধ্যমিক বিদ্যালয়, প্ৰাক্-বিশ্ববিদ্যালয় কিম্বা ত্ৰিবৰ্ষ ডিগ্ৰী পৰ্যায়ৰ কিশোৰ বয়সৰ অপৰিণত বুদ্ধিৰ ল'ৰা-ছোৱালীৰ পক্ষে সাহিত্যৰ ইতিহাসৰ কঠিন বিষয়সমূহ আয়ত্ত কৰা সহজ কথা নহয়। তেওঁলোকৰ কাৰণে সাহিত্য-ৰচনাৰ অগ্ৰগতি আৰু তাৰ ক্ৰমবিকাশৰ ঐতিহাসিক ধাৰাটোৰ লগত সাধাৰণ পৰিচয় হব পাৰিলেই যথেষ্ট। অৱশ্যে সেই সাহিত্য-ৰসোপলব্ধি আৰু সাহিত্যৰ গুণাগুণ নিৰ্ণয়ৰ বিভিন্ন উপায় আদিৰ বিষয়ে সামান্য আভাস পোৱা দৰ্কাৰ। 'অসমীয়া সাহিত্যৰ কথা' প্ৰণয়নত সেইবিলাকৰ প্ৰতিও লক্ষ্য ৰখা হৈছে। আচলতে অসমীয়া সাহিত্যৰ বিস্তৃত ইতিহাসৰ এয়া এখনি সহজবোধ্য, কিশোৰ বয়সৰ, কিম্বা কম সময়তে অসমীয়া সাহিত্যৰ ইতিহাসৰ লগত পৰিচয় হব খোজা পাঠকৰ উপযোগী ক্ষুদ্ৰ পুথি। অৱশ্যে সাহিত্যৰ ধাৰাবাহিকতা-

বোধৰ লগতে যাতে পঢ়ুৱৈসকলে সাহিত্যৰসোপলব্ধিৰ প্ৰথম পাঠ আয়ত্ত কৰিব পাৰে সেই কথাৰ প্ৰতি মনোযোগ দিয়া হৈছে।

আমাৰ এই প্ৰচেষ্টাৰদ্বাৰা বিশেষকৈ কিশোৰ-কিশোৰীসকল সাহিত্য-সাধনাৰ প্ৰতি অনুৰাগী আৰু তাৰ গুণাগুণ বিচাৰ-পদ্ধতিৰ প্ৰতি আগ্ৰহশীল হৈ উঠিলেই আমি শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম। ব্যাপক বিষয়বস্তু ইমান কম পৰিসৰৰ মাজত সন্নিৱিষ্ট কৰিবলৈ গৈ নানা অসুবিধাৰ সন্মুখীন হোৱাটো স্বাভাৱিক। তথাপি পুথিখনে যাতে সাহিত্য-বিৱৰ্তনৰ মূল মূল ধাৰাসমূহৰ সুষ্ঠ পৰিচয় দি এখনি সুখপাঠ্যৰূপে পৰিগণিত হব পাৰে সেই কথালৈ লক্ষ্য ৰখা হৈছে।

অসমীয়া সাহিত্যৰ কথা যুগুত কৰিবলৈ গৈ আমি পূৰ্বসুধীসকলৰ সাহিত্য কৰ্মৰদ্বাৰা নানাভাৱে উপকৃত হৈছোঁ। সেই কথা অকুণ্ঠভাৱে স্বীকাৰ কৰাৰ লগতে তেখেতসকলৰ প্ৰতি কৃতজ্ঞতা নিবেদন কৰিছোঁ। তদুপৰি এই পুথি প্ৰণয়নত আমাক উৎসাহ প্ৰদান কৰা বন্ধু-বান্ধৱসকলৰো শলাগ লৈছোঁ; বিশেষকৈ বন্ধুবৰ শ্ৰীগিৰিপদ চৌধুৰীৰ আন্তৰিকতাপূৰ্ণ উৎসাহ আৰু সহায়ৰ কথা উল্লেখ নকৰিলে মিছা কোৱাৰ দোষে চুব। এনে কাৰ্যত শ্ৰীচৌধুৰীৰ উৎসাহ বাঢ়ক—এয়ে কামনা।

সদৌশেষত পুথিখনিৰ প্ৰকাশকৰ দায়িত্ব লৈ খৰখেদাকৈ ছপাই উলিয়া বাবে পূৰ্ব প্ৰকাশৰ কৰ্ম-কৰ্তাসকলৰ শলাগ ললোঁ। অসমীয়া সাহিত্যৰ বৈশিষ্ট্যাৱলীৰ সুচাৰু প্ৰকাশ, তথ্য আৰু তত্ত্বৰ পৰিবেশন-নৈপুণ্য পুথিকাৰে কেনেভাৱে প্ৰকাশ কৰিব পাৰিছে সেই বিচাৰ কিশোৰ পাঠক-পাঠিকা, অধ্যাপকসকল আৰু সুধীমণ্ডলীৰ ওপৰত ন্যস্ত থাকিল। সিসকলে ব্যক্তিগত ভাৱে নহলেও প্ৰকাশকৰ যোগে যেন দোষ-ত্ৰুটীবোৰ আমাৰ দৃষ্টিগোচৰ কৰে।

এই ক্ষুদ্ৰ পুথিখনে অসমীয়া সাহিত্যৰ বিকাশধাৰা সম্পৰ্কে পঢ়ুৱৈ সমাজৰ কৌতূহল উদ্দীপিত কৰক—এয়ে আমাৰ কামনা।

বাণীনগৰ, ৰিহাবাৰী
গুৱাহাটী-৮

শ্ৰীসত্যেন্দ্ৰনাৰায়ণ গোস্বামী

# বিষয়-সূচী

..."Assamese prose literature developed to a stage in the far distant sixteenth century which no other literature of the world reached except the writings of Hooker and Latimer in England."

—Acharya Prafulla Chandra Ray.



## সাহিত্য আৰু ভাষা ঃ

মানৱ-সভ্যতাৰ দৰে সাহিত্যৰো প্ৰগতিৰ ধাৰা এটা আছে, সেই ক্ৰমবিকাশেই সাহিত্যৰ বুৰঞ্জী বা ইতিহাস। ইতিহাসৰ মূলকথা হ'ল ক্ৰমবিবৰ্তন বা ক্ৰমবিকাশ। মানৱ-সভ্যতাৰ বুৰঞ্জীয়ে আদিম কালৰেপৰা পৰিবৰ্ধিত তথা বিস্তাৰ লাভ কৰি অহা মানৱ-জীৱনৰ সম্যক চিত্ৰ দাঙি ধৰে, সেই দৰে সাহিত্যৰ বুৰঞ্জীয়ে একো একোটা ভাষা-সাহিত্যৰ বিকাশৰ গতিধাৰাৰ পৰিচয় দিয়ে। সাহিত্যৰ বুৰঞ্জীয়ে কোনো বিশেষ ভাষা-সাহিত্যৰ এটা সামগ্ৰিক চিত্ৰ দাঙি ধৰে, সেই সামগ্ৰিক চিত্ৰৰ লগত পৰিচয় হোৱাটোৱে সাহিত্যৰ বুৰঞ্জী অধ্যয়নৰ মূল লক্ষ্য।

নিজকে প্ৰকাশ কৰা সকলোৰে ধৰ্ম। মানুহেও নানাভাৱে নিজক প্ৰকাশ কৰিবলৈ চেষ্টা কৰি আহিছে। ভাষা মানৱৰ আত্ম-প্ৰকাশৰ অন্যতম অৱলম্বন, ভাষাৰ মাধ্যমেৰে মানুহে আত্মপ্ৰকাশৰ সুযোগ পায় আৰু তাৰ মাজেদি গঢ়ি উঠে একোটা জাতিৰ সাহিত্য। সাহিত্য আচলতে মানৱ-জীৱনৰ প্ৰতিবিম্ব। জীৱনৰ হাঁহি-কান্দোন, আশা-আকাঙ্ক্ষা, আবেগ-অনুভূতিক ৰূপ দিয়াই সাহিত্যৰ লক্ষ্য। লিখকৰ দৃষ্টি বা উপলব্ধিৰ অনুৰূপে সাহিত্য ৰচিত হয়। কিয়নো লিখক সেই সমাজৰে এটা বিশিষ্ট কালৰ মানুহ। তেওঁ সাহিত্যৰ মাজেদি বৃহত্তৰ সমাজ-জীৱন আৰু দেশৰ ছবিক ৰূপায়িত কৰে, সেয়ে তেওঁৰ কাম। সেইবাবে দেশৰ আচল বুৰঞ্জী হ'ল তাৰ ভাষা-সাহিত্যহে; সাহিত্যৰ ইতিহাস অধ্যয়ন সেয়ে নিতান্ত প্ৰয়োজনীয়।

দেশে দেশে সভ্যতাৰ গঢ়-গতি বেলেগ বেলেগ, সাহিত্যৰ

বুৰঞ্জীও সকলো ভাষাতে একে নহয়। কাৰণ প্ৰত্যেক দেশতে নিজ নিজ বৈশিষ্ট্যৰ আলম লৈ সেই দেশৰ সাহিত্য ঠন্ ধৰি উঠে। দেশ বিশেষে তাৰ বৈশিষ্ট্য আন দেশতকৈ কিছু পৰিমাণে হলেও পৃথক। সেই জাতীয় বৈশিষ্ট্যই সাহিত্যৰ মাজত বিকাশ লাভ কৰে আৰু সিয়েই সাহিত্যক মহিমামণ্ডিত কৰি তোলে। সেই দৰে অসম দেশৰ পিনে চালে দেখিবলৈ পাম যে অসমৰ ভূ-প্ৰকৃতিৰ মাজত এনেকুৱা কিছুমান বিশেষত্ব আছে যিবোৰে দেশৰ জীৱন-নিৰ্বাহ প্ৰণালী, সামাজিক ব্যৱস্থা আদিত প্ৰভূত প্ৰভাৱ বিস্তাৰ কৰিছে আৰু কিছুমান বিশেষ ধৰণৰ স্বাতন্ত্ৰ্য প্ৰদান কৰিছে। অসম মূলতে নদীমাতৃক আৰু পৰ্বত প্ৰধান দেশ। সেয়ে তাৰ প্ৰকৃতি অতি বিচিত্ৰ। এনেকুৱা দিনো এটা আছিল যি সময়ত আৰ্যাৱৰ্তৰ অন্যান্য দেশৰ লোকে অসমক সংশয় আৰু অৱহেলাৰ চকুৰে চাইছিল ; কিন্তু সুদূৰ অতীতৰপৰা আজিলৈকে এই দেশে যি ইতিহাস ৰাখি গৈছে তাৰ অধ্যয়ন চিন্তাই আমাক স্পষ্টভাৱে দেখুৱাই দিয়ে যে সেই স্বাতন্ত্ৰ্যৰ মাজতো আছে এটা অনন্যতা। এই দৰে অসমত যি সাহিত্য ৰচিত হৈছে, সাহিত্যৰ ভঁৰালত সি আজি দুৰ্লভ ঐশ্বৰ্যৰ অধিকাৰী হৈ পৰিছে। অসমীয়া সাহিত্যই ভাৰতীয় ভাষা-সাহিত্যৰ দৰবাৰত এক চিৰস্থায়ী অক্ষয় মৰ্যাদাৰ আসন লাভ কৰিছে। সেই কালৰপৰা আমি সকলোৱে গৌৰৱ অনুভৱ কৰা উচিত, জাতি হিচাপেও অসমীয়াৰ যথাৰ্থ পৰিচয় পাবলৈ হলে অসমীয়া ভাষা সাহিত্যৰ বুৰঞ্জী অধ্যয়ন অতি অপৰিহাৰ্য।

## অসমীয়া ভাষাৰ উৎপত্তি আৰু ক্ৰমবিকাশ ঃ

সাহিত্য হৈছে কথিত ভাষাৰ স্থায়ীৰূপ। যি কোনো ভাষাৰ কোনো অঞ্চল বিশেষৰ ৰুচিসম্মত মাৰ্জিত কথ্য বা মুখৰ ভাষাতেই সাহিত্য ৰচনা কৰা হয় আৰু ক্ৰমান্বয়ে সি বিস্তাৰ লাভ কৰি সেই ভাষাৰ সমগ্ৰ অঞ্চলতে বিয়পি পৰে। এই দৰে অসমীয়া আধুনিক সাহিত্য ৰচনাৰ মাধ্যম কৰি লোৱা হৈছিল শিৱসাগৰ জিলাৰ কথিত অসমীয়া। খ্ৰীষ্টান মিছনেৰীসকলে এই ভাষাকে সাহিত্যৰ ভাষাৰূপে লৈ পুথি আদি যুগুত কৰাৰ উপৰিও তাৰ চৰ্চা আৰু প্ৰচাৰাৰ্থে অহোপুৰুষাৰ্থ কৰিছিল। আকৌ, পুৰণি অসমীয়া পুথিসমূহৰ মাজেদি নামনি অসমৰ কথিত ভাষাৰ চানেকি পোৱা যায়। খ্ৰীষ্টীয় ১৭শ শতিকাৰ আগৰ কালছোৱাত ৰচিত অসমীয়া পুথিত নামনি অসমৰ ভাষা আৰু তাৰ পৰৱৰ্তী কালৰ পুথিত উজনি অসমৰ আঞ্চলিক ভাষাটোৱে অসমীয়া সাহিত্যৰ মাধ্যমৰূপে প্ৰাধান্য লাভ কৰিছে।



আৰ্যসকল ভাৰতলৈ আহিছিল অসমীয়া ভাষাৰ সৃষ্টি হোৱাৰো প্ৰায় তিনিহাজাৰ বছৰ আগতে। অসমত সেই আৰ্যৰ পদাৰ্পণ তাৰো বহুকাল পিছতহে সম্ভৱ হৈছিল। প্ৰগতিশীল আৰ্য-সভ্যতা আৰু সংস্কৃতিৰ প্ৰভাৱত ক্ৰমান্বয়ে অনাৰ্য সভ্যতা আৰু সংস্কৃতিৰ শ্ৰীহীন হৈ আহিবলৈ ধৰিলে, ফলত অসমৰ এক সুবিস্তীৰ্ণ অঞ্চলত আৰ্যভাষা আৰু সংস্কৃতিয়ে নিগাজীকৈ খোপনি পুতি বহিল। সেই আৰ্যভাষাৰ অন্যতম আধুনিক ৰূপেই ক্ৰমবিবৰ্তনৰ গতিৰ মাজেদি সৰকি আহি ভাৰতৰ পূবপ্ৰান্তত অসমীয়া ভাষাৰূপে আত্মপ্ৰকাশ কৰি বহিল।

আৰ্যসকলৰ সৰ্বপ্ৰাচীন পুথি হ'ল বেদ, আৰু তাৰ ভাষা আছিল বৈদিক। সেই বেদৰ ভাষাই পৰৱৰ্তী কালত সৰল হৈ সংস্কৃত আৰু প্ৰাকৃত ভাষাৰ স্তৰলৈ নামি আহিল। সংস্কৃততকৈও প্ৰাকৃত কথ্যভাষা ৰূপে ব্যাপকভাৱে প্ৰচলিত হৈ পৰা বাবে ই নানান অঞ্চলত ভিন ভিন ৰূপ ধাৰণ কৰিছিল। প্ৰাকৃত ভাষাতো কাব্য নাটক আদি ৰচিত হৈছিল, আনকি ব্যাকৰণ পৰ্যন্ত প্ৰাকৃতত পোৱা যায়। মাহাৰাষ্ট্ৰী, শৌৰসেনী, অৰ্ধমাগধী, মাগধী আদি প্ৰাকৃতৰ কেইটামান প্ৰধান আঞ্চলিক ৰূপ। পিছে, জনসাধাৰণৰ মুখ বাগৰি প্ৰসাৰ লাভ কৰাৰ লগে লগে তাৰ ব্যাকৰণৰ ৰীতি-

নিয়মৰো নানা সাল-সলনি ঘটিল। ফলত কেইশমান বছৰৰ পিছত সিয়েই আকৌ ‘অপভ্ৰংশ’ স্তৰলৈ নামি আহিল। ‘অপভ্ৰংশ’ক সাধাৰণতে প্ৰাকৃতৰে শেষ স্তৰ ৰূপে দেখুৱা হয়। মাগধী প্ৰাকৃতৰেই আন এটা শাখা কামৰূপী প্ৰাকৃত বা কামৰূপী অপভ্ৰংশৰ-পৰাই কালানুক্ৰমে আমাৰ অসমীয়া ভাষাৰ উদ্ভৱ হৈছে। এই বিকাশধাৰা তলত দেখুৱা দৰে দাঙি ধৰিব পাৰি ঃ




বৈদিক ভাষা তথা সংস্কৃতৰ মাজেদি অহা প্ৰাকৃত ভাষাৰ পৰাই অসমীয়া ভাষাৰ উৎপত্তি। আৰ্যসকলৰ ভাৰতলৈ অহাৰ কেবা শ বছৰ হৈ যোৱাৰ পিছতহে তেওঁলোকৰ মাজত ভাঙন ধৰিছিল। সাধাৰণভাৱে খ্ৰীষ্টপূৰ্ব এহেজাৰ বছৰমানৰ পৰাহে আদি ভাৰতীয় আৰ্যভাষা মধ্য ভাৰতীয় আৰ্যভাষা



স্তৰলৈ নামি আহি খ্ৰীষ্টাব্দ ৫০০ মানৰপৰা খ্ৰীষ্টাব্দ ১০০০ মানৰ ভিতৰত মধ্য ভাৰতীয় আৰ্যভাষাই ক্ৰমবিকাশ লাভ কৰি আধুনিক ভাৰতীয় আৰ্যভাষাৰ স্তৰ পায়হি। সেই কালৰেপৰা বৰ্তমানলৈকে নব্য ভাৰতীয় আৰ্যভাষাৰ স্থায়িত্বৰ কাল।

## অসমীয়া সাহিত্যৰ তিনি যুগ ঃ

অসমীয়া ভাষাৰ জন্মৰ পূৰ্ব-ইতিহাস থূলমূলকৈ আলোচনা কৰা দৰে অসমীয়া ভাষা-সাহিত্যৰ বুৰঞ্জী চালিজাৰি চালেও তাৰ ক্ৰমবিকাশৰ কেইটামান স্তৰ নিৰ্দেশ কৰিব পাৰি। এয়া ভাষা-সাহিত্যৰ গঠন-প্ৰকৃতি বা ক্ৰমবিকাশৰ বিভিন্ন স্বাতন্ত্ৰ্যৰ ওপৰত নিৰ্ভৰ কৰি নিৰ্দেশ কৰা স্তৰহে। অসমীয়া ভাষাৰ বিকাশৰ ফালৰপৰা সাহিত্যৰ ক্ৰমবিকাশৰ তিনিটা কাল বা স্তৰ নিৰ্দেশ হৈ আহিছে ঃ

১. আদিযুগ অৰ্থাৎ অসমীয়া ভাষা-সাহিত্যৰ উদ্ভৱ আৰু বিকাশৰ সূচনা ( খৃঃ ৯৫০-১৩০০ )

২. মধ্যযুগ অৰ্থাৎ অসমীয়া ভাষা-সাহিত্যৰ ব্যাপ্তি আৰু নানা দিশত তাৰ বিকাশ লাভ ( খৃঃ ১৩০১-১৮৩০ )

৩. আধুনিক যুগ অৰ্থাৎ অসমীয়া ভাষা-সাহিত্যৰ নৱ উন্মেষ আৰু পাশ্চাত্য ভাষা-সাহিত্যৰ সংশ্ৰৱত তাৰ বৈচিত্ৰ্যময় বিকাশ ( খৃঃ ১৮৩১—বৰ্তমানলৈকে )

কিন্তু সাহিত্যৰ লক্ষণ-প্ৰকৃতি আদিলৈ লক্ষ্য ৰাখি বিচাৰ বিশ্লেষণ কৰিলে অসমীয়া সাহিত্যৰ ক্ৰমবিকাশৰ ধাৰাটো আনপ্ৰকাৰেহে দেখুৱাব লাগিব। যেনে—ওপৰোক্ত আদি যুগটোৰ সাহিত্যৰাজিক ক্ৰমে অসমীয়া ভাষা-সাহিত্যৰ বিকাশ, মৌখিক সাহিত্য, অনুবাদ সাহিত্য, পাঁচালী সাহিত্য আদি ভাগত ভাগ কৰিব লাগিব। সেই দৰে মধ্যযুগৰ আৰু আধুনিক যুগৰ সাহিত্যৰাজিকো নানাভাগে বিভক্ত কৰি দেখুৱাব পাৰি।

# মৌখিক সাহিত্য ঃ গীত-কথা-মন্ত্র

**গীত-বচন ঃ** অসমীয়া ভাষাই স্বকীয় ৰূপ লওঁতে অন্যান্য ভাষাৰ দৰে কিছুকাল এটা সন্ধিক্ষণৰ মাজেদি আহিব লগীয়া হৈছিল। সেই কালছোৱাতো সাহিত্যৰ সৃষ্টি হৈছিল। এইবোৰ সাহিত্য ৰচিত হৈছিল মানুহৰ মুখে মুখে, আৰু মুখ বাগৰি পুৰুষানুক্ৰমে চলি অহাৰ উপৰিও সি ক্ৰমশঃ প্ৰসাৰতা লাভ কৰি আহিছিল। লিখন পদ্ধতিৰ প্ৰবৰ্তনৰ আগলৈকে যিবোৰ সাহিত্য ৰচিত হৈছিল সেই আটাইবোৰকে মৌখিক সাহিত্যৰ শ্ৰেণীভুক্ত কৰিব পাৰি। লিখন ব্যৱস্থাৰ প্ৰচলনৰ পিছতো কিন্তু এই পৰ্যায়ৰ সাহিত্য সৃষ্টি নোহোৱাকৈ থকা নাছিল। এইবোৰ সাহিত্য মূলতে মানুহৰ মুখে মুখে চলি আহি বহু-কাল পিছত লিপিবদ্ধ হৈছে বা নোহোৱাকৈ আছে; সেই বাবেহে ইহঁতক অলিখিত বা মৌখিক সাহিত্য বোলা হয়। আনহাতে লিখিত সাহিত্যৰ জন্ম লিখনৰ জৰিয়তেহে অৰ্থাৎ ই ৰচনাৰ লগে লগে লিপিবদ্ধ হৈ পৰে।

অসমীয়া মৌখিক সাহিত্যৰ ভঁৰালটো যথেষ্ট চহকী। মূলতে অতি প্ৰাচীন যদিও মৌখিক সাহিত্যৰ গঢ়-গতি বা ভাষা আদিলৈ চালে সেই কথা বিশ্বাস কৰিবলৈ টান লাগে। কিয়নো ইহঁতে আদিৰূপ হেৰুৱাই পেলাইছে। তাৰ ভালেমান কাৰণ আছে। আচলতে ইজন সিজনকৈ মানুহৰ মুখ বাগৰি অহা কাৰণে তাৰ ভাষা-উপমা-পটন্তৰ আদিৰ সাল-সলনি ঘটিছে। কালানুক্ৰমে ভিন্ন লোকৰ ভিন্ন ৰুচিৰ তাত নতুন নতুন কথা সোমাই পৰে আৰু পুৰণি কথা বাদ পৰি যায়। তাতে আকৌ নতুনক সাবটি লোৱা মানুহৰ ধৰ্ম। আনকি



লিখনৰ মাজেদি স্থায়ীভাৱে ধৰি থকাতো বানান আদিৰ ক্ষেত্ৰত খামখেয়ালি সৃষ্টি হোৱা দেখা যায়। তাৰ কাৰণ নতুনৰ আদৰণি; লিখকৰ নতুন আৰু সহজ বানান প্ৰীতিহে। মৌখিক সাহিত্যৰ ভাষা বা প্ৰকাশভঙ্গীৰ সাল-সলনি নোহোৱাটোহে অস্বাভাৱিক। ভাষাৰ ফালৰপৰা এই সাহিত্যৰাজিক প্ৰাচীনতম কাললৈ ঠেলিব নোৱাৰিলেও গীত-মাতৰ সৃষ্টি সৰ্বপ্ৰথম, অৰ্থাৎ লিখিত সাহিত্যৰো বহুকাল আগতে জন্ম। তদুপৰি ভাব-ৰীতিৰ প্ৰকাশভঙ্গীৰপৰাও সিবোৰ অসমীয়া ভাষা সাহিত্যৰ আদি সৃষ্টি।

মৌখিক সাহিত্যসমূহৰ ভিতৰত পৰে নানা গীত-পদ, ফকৰা-যোজনা, প্ৰৱচন-পটন্তৰ, কথা আদি। এই গীত-বোৰেই পৰৱৰ্তী কালত সম্ভৱতঃ ভকতীয়া পৰিবেশৰ বা-বতাহত 'নাম'ৰূপে অভিহিত হৈছে। গীত বা নামসমূহ ঘাইকৈ চাৰি প্ৰকাৰৰ ঃ (১) **অনুষ্ঠানমূলক,** অৰ্থাৎ কোনো সকাম, সবাহ বা উৎসৱক উপলক্ষ্য কৰি ৰচিত গীত। ইও আকৌ দুই শ্ৰেণীৰ—সকাম বা সবাহ উপলক্ষে ৰচিত; যেনে—আইনাম, বিয়ানাম, নানা সবাহৰ নাম ইত্যাদি। আকৌ আনবিধ হ'ল কোনো উৎসৱ উপলক্ষে ৰচিত গীত; যেনে বিহুগীত, হুঁচৰি গীত, বনগীত ইত্যাদি। বিহুগীতৰ মাজেদি গীতিকাৰৰ চহাজীৱনৰ বিবিধ সমস্যা তথা সমাজ-জীৱনৰ চিত্ৰ ৰূপায়িত হয়। এফালে খেতি-পতাৰ কথা আনফালে ঘৰ-সংসাৰ পতাৰ আগ্ৰহ। হুঁচৰি গীত সম্ভৱতঃ ধৰ্মীয় বা-বতাহ আৰু ৰাজ-পৰিবেশৰ আভিজাত্যৰ প্ৰভাৱত বিহুগীতৰ লগত সোমাই পৰা পৰৱৰ্তী সৃষ্টি। বনগীতকো বিহুগীতৰ ভিতৰতে ধৰা হয়। বিহুগীতক একেষাৰ কথাত সামাজিক দৃষ্টিভঙ্গীৰে ৰচিত অসমীয়াৰ গীতিময় ইতিহাস বুলিবও পাৰি। (২) **কাহিনীমূলক,** অৰ্থাৎ বুৰঞ্জীমূলক কোনো কাহিনী বা আন কোনো কাহিনীৰ আলম লৈ

ৰচিত গীত। এই শ্ৰেণীৰ গীতকে বেলেড ( Ballad ) বোলা হয়। বুৰঞ্জী প্ৰসিদ্ধ কোনো লোকৰ কাৰ্যকলাপ অথবা কোনো লোকৰ কাৰ্যকলাপ শ্ৰোতাৰ হিয়া মন চুই যোৱাকৈ গীত ৰচনা কৰি গোৱা হয়। এইবোৰো অপূৰ্ব সৃষ্টি। এনেকুৱা গীতৰ ভিতৰত বদন বৰফুকনৰ গীত, মণিকোঁৱৰৰ গীত, ফুলকোঁৱৰৰ গীত, জনা গাভৰুৰ গীত আদি প্ৰধান। অৱশ্যে বৰফুকনৰ গীত, বাখৰবৰাৰ গীত, পদুমকুঁৱৰীৰ গীত আদি শপ্তদশ শতিকামানৰহে ৰচনা। এইবোৰ গীতৰ মাজেদি অন্যান্য কথাৰ উপৰিও দেশৰ ৰাজনৈতিক অৱস্থাৰো সংবাদ পোৱা যায়। (৩) ঘৰুৱা পৰিবেশক, অৰ্থাৎ ঘৰখনৰ ভিতৰৰ পৰিবেশতে যি গীত সীমিত সেইবোৰক এই শ্ৰেণীত থোৱা হয়। নিচুকণি গীত, ধাইনাম আদি এই শ্ৰেণীৰ অন্তৰ্ভুক্ত। শিশুক ঠেহ্‌পেচ্ আদিত সান্ত্বনা দিবলৈ গৈ নানা কথাৰ সংযোজনাত যিবোৰ গীত গোৱা হয় সিয়েই এই পৰ্যায়ভুক্ত। (৪) পথৰুৱা পৰিবেশক, অৰ্থাৎ পথাৰত কাম কাজ কৰি থাকোঁতে গোৱা গৰখীয়া গীত, নাওখেলা গীত, মহখেদা গীত আদি এই শ্ৰেণীত পৰে। এইবোৰৰ মাজেদি চহাজীৱনৰ আনন্দিত মনৰ আবেগ-অনুভূতি, হতাশাৰ কৰুণ ভাবাবেগৰ সৰলতাপূৰ্ণ সৰস ছবিৰ পৰিচয় পোৱা যায়।

ফকৰা-যোজনা প্ৰৱচন-পটন্তৰসমূহো মুলতে মৌখিক সৃষ্টি। কথা-বতৰাৰ মাজতে বাক্‌চতুৰ লোকে কিছুমান জটিল মেৰপেচৰ দ্বাৰা শ্ৰোতাৰ মনত তৰধ লগাই নিজৰ মতলৈ আনিবৰ কাৰণে কিছুমান বাক্য কয়। কেতিয়াবা সি ছন্দবদ্ধ হৈ পদ্যৰূপত, কেতিয়াবা সাঁথৰ বা দিস্তান ৰূপত, কেতিয়াবা সৰলবাক্য ৰূপত প্ৰকাশ হয়। এনেকুৱা বচনৰ ভিতৰত ডাক মহাপুৰুষৰ অৱদান বিশেষ মন কৰিব লগীয়া। অসমীয়াৰ মানত 'ডাকৰ বচন বেদৰ বাণী।' ফকৰা বৈষ্ণৱ ধৰ্মৰ ভকতীয়া পৰিবেশৰ মাজত ঠন্ ধৰি উঠা অপূৰ্ব সৃষ্টি, যোজনা সেই শ্ৰেণীৰে সহজ সংস্কৰণ। ফকৰা-



যোজনাৰ ক্ৰমবিকাশৰ গীতিময় পৰিণতিয়েই সম্ভৱতঃ বৰাগী গীত।

কথা বুলিলে সাধাৰণতে জহকালি চোতালত বা জাৰকালি জুহালৰ কাষত বহি কোৱা সাধুকথাৰ কথাৰে ইঙ্গিত কৰা হয়। এই সাধুকথাৰ জন্ম অতি প্ৰাচীনকাল। নানা অলৌকিকতা আৰোপ কৰি শিশুক বিভিন্ন মনেসজা কাহিনী কোৱা হয়। এই-বোৰৰ মাজেদি দেৱ-দেৱতা, ৰজা-বীৰ-যোদ্ধা, ধৰ্মৰ আখ্যান আদিৰ কথাকে সহজ ভাষাত কোৱা হয়। এইবোৰৰ মাজেদি শিশুক নানাভাৱে শিক্ষণীয় কথাৰ পাঠ দিয়া বুলিও কব পাৰি।

এইবোৰ মৌখিক সাহিত্যৰ মাজেদি একেটা কথাই নানাভাৱে নানা দৃষ্টি কোণৰপৰা প্ৰকাশ পায়—সিয়েই হ'ল অসমীয়া সমাজ-জীৱনৰ ৰাজনৈতিক, পাৰিবাৰিক জীৱনৰ ভিন্নমুখী সমস্যা আৰু তাৰ প্ৰতিকাৰ ব্যৱস্থা। লিখন পদ্ধতিৰ প্ৰৱৰ্তনৰ পিছত এইবোৰৰ বহুখিনি লিপিবদ্ধ হলেও, আনহাতে বহুখিনি যে লোপ পাইছে সিও সঁচা। আকৌ, যুগে যুগে নানাভাৱে নতুন নতুন মৌখিক সাহিত্যৰ সৃষ্টিও হৈ আহিছে। অৱশ্যে পুৰণি যুগৰ, মধ্য যুগৰ আৰু আজিৰ যুগৰ মৌখিক সাহিত্যৰ পাৰ্থক্যটো সহজে ধৰিব পাৰি সিহঁতৰ প্ৰকাশভঙ্গীৰ তথা ৰচনাকৌশলৰ জৰিয়তে।

**চৰ্যাগীতি ঃ** ওপৰত উল্লেখ কৰা গীত বা নামসমূহৰ লগত একে প্ৰসঙ্গতে 'চৰ্যাগীতি'ৰ কথা কোৱা হ'ল এই বুলিয়ে যে মূলতে চৰ্যা-সমূহো আছিল জনসমাজৰ অন্যতম সৰবৰহী গীত। অৱশ্যে এইবোৰ অন্যান্য গীত-মাতৰ দৰে সৰ্বসাধাৰণৰ ৰচনা নহয়, বৌদ্ধ সিদ্ধাচাৰ্য সকলৰহে ৰচনা। কিন্তু এই পৰ্যায়ৰ গীত নেপালৰ কোনো কোনো অঞ্চলত আজিও গাঁৱে-ভূঁয়ে শুনা যায় বুলি বাংলাভাষাৰ একাধিক কৃতীমান পণ্ডিতে মন্তব্য দি গৈছে।

চৰ্যাগীতিসমূহ ৰচিত হৈছিল খ্ৰীষ্টীয় ১০ম-১২শ শতিকাৰ ভিতৰত। "চৰ্যা" শব্দৰ অৰ্থ হ'ল অনুষ্ঠান সম্পৰ্কীয় গীত। নিৰ্দিষ্ট

ৰাগ-ৰাগিনী অনুসাৰে এই গীতবোৰ ৰচিত। কোন পদ কোন ৰাগ-ৰাগিনীত গোৱা হব তাৰ কথা কৈ দিয়া আছে। এই গীতবোৰ বঙ্গদেশৰ পণ্ডিত মহামহোপাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰীয়ে ১৯০৪ চনত নেপালৰ মহাৰজাৰ গ্ৰন্থাগাৰৰপৰা সংগ্ৰহ কৰিছিল। সেই পুথিয়ে "চৰ্যাচৰ্য বিনিশ্চয়" নামে পৰিচিত। শাস্ত্ৰীয়ে এই পুথিক "হাজাৰ বছৰৰ পুৰাণ বাঙ্গলা ভাষাৰ বৌদ্ধগান ও দোহা" আখ্যা দি গৈছে। এই পুথিত সৰ্বমুঠ তেইশজন পদ ৰচয়িতাৰ পঞ্চাশটা গীতৰ ভিতৰত চিয়াল্লিশটাৰ সম্পূৰ্ণ আৰু এটাৰ কিছু অংশহে পোৱা গৈছে। সম্প্ৰতি বাংলা আৰু ইংৰাজী টীকা-টিপ্পনীৰে ইয়াৰ কেবাটাও সংস্কৰণ ওলাইছে।

চৰ্যাবোৰৰ মাজেদি মহাযান বৌদ্ধ সম্প্ৰদায়ৰ সহজযান নামৰ এটা বিশেষ যোগসাধনাৰ কথাকে সংকেতৰদ্বাৰা কোৱা হৈছে। ইয়াত ঈশ্বৰ বা তেওঁৰ কৰুণাৰ কথাৰ কোনো উল্লেখ নাই, কেৱল গুৰুৰ ওপৰতহে বেছি গুৰুত্ব আৰোপ কৰা হৈছে। মনুষ্য জীৱনৰ সিদ্ধি লাভৰ কাৰণে লাগে মানৱধ চিত্তশুদ্ধি; কিয়নো তেতিয়াহে তত্ত্বজ্ঞান লাভ আৰু মহা আনন্দৰ অনুভৱ সম্ভৱ। চৰ্যাৰচকসকলে ভণিতা অৰ্থাৎ পদৰ শেষত তান্ত্ৰিক ৰীতি অনুসাৰেহে নিজৰ নাম দি গৈছে। সেয়ে তেওঁলোকৰ আচল নামৰ কোনো উল্লেখ নাই।

চৰ্যাপদসমূহৰ গূঢ়াৰ্থ বহু পৰিমাণে আমাৰ ভকতীয়া ফকৰাৰ দৰে বা সাঁথৰৰ দৰে বুলিও কব পাৰি। সেইবাবেই ইয়াৰ ভাষাক 'সন্ধ্যাভাষা' অৰ্থাৎ 'আধা পোহৰ আধা আন্ধাৰ' ভাষা বোলা হয়। কিছু সহজবোধ্য আৰু কিছু ৰহস্যপূৰ্ণ।

চৰ্যাপদসমূহৰ ভাষা নিৰ্ণয়ৰ ক্ষেত্ৰত যুক্তি তৰ্কৰ মীমাংসা হোৱা নাই। বাংলা আৰু উৰিয়া উভয় ভাষাভাষী লোকে চৰ্যাক নিজ নিজ ভাষাৰ প্ৰাচীনতম নিদৰ্শন বুলি দাবী তুলিছে, অসমীয়াৰো সেই দাবী নোহোৱা নহয়; কিন্তু আচলতে সেই দাবীৰ মূলত



যুক্তিতকৈয়ো ভাষাপ্ৰেম তথা ভাবপ্ৰৱণতাহে প্ৰধান কাৰণ। কিয়নো চৰ্যাৰ ভাষাৰ লগত কম বেছি পৰিমাণে অসমীয়া-বাংলা-উৰিয়া ভাষাৰ ভাষাগত বিশেষত্ব আছে। আনহাতে এই তিনিওটা ভাষাৰে পূৰ্বভাষা মূলতে একেটাই। তদুপৰি প্ৰথমতে মৌখিক সাহিত্যৰূপে একশ্ৰেণীৰ লোকৰ মাজত প্ৰচলিত হৈ আহিহে লিখিত অৱস্থা পাইছে। সেয়ে তাত বিভিন্ন অঞ্চলৰ ভাষাৰ কিছু উপাদান সোমাই পৰাটো স্বাভাৱিক। তদুপৰি চৰ্যাৰ ৰচনা কালত এই তিনিটা ভাষাই নিজ নিজ অঞ্চলৰ আঞ্চলিক বৈশিষ্ট্যৰে পৃথক পৃথক ৰূপ লবলৈ ধৰিছিলহে, সম্পূৰ্ণভাৱে নিজস্ব ৰূপ লোৱা নাছিল। সেইবাবে ইয়াৰ ভাষাক 'অসমীয়া-বাংলা-উৰিয়া' ভাষাই উমৈহতীয়াভাৱে প্ৰাচীনতম নিদৰ্শন বোলাহে যুক্তিসঙ্গত কথা। অৱশ্যে উৰিয়া ভাষাৰ সেই দাবী অসমীয়া-বাংলা ভাষাতকৈ ক্ষীণতৰ। তথাপি এটা কথা কব লাগিব যে তন্ত্ৰপ্ৰধান কামৰূপৰ লগত জড়িত তান্ত্ৰিক মহাযান সম্প্ৰদায়ৰ সিদ্ধাচাৰ্যৰদ্বাৰা ৰচিত বুলি এই গীতবোৰত বৃহত্তৰ কামৰূপ ৰাজ্যৰ গাঁৱলীয়া জীৱনৰ নানা কথা ৰূপায়িত হৈছে। বৰ্তমান কালৰ পূৰ্ববঙ্গ আৰু উত্তৰ বঙ্গৰো এটা বিশাল অঞ্চল আমাৰ প্ৰাচীন কামৰূপ ৰাজ্যৰ ভিতৰত আছিল। এই অঞ্চলৰ জীৱন সম্পৰ্কীয় কথা ইয়াত প্ৰকাশিত হোৱাটো স্বাভাৱিক। সেই কালৰ নানা ব্যৱসায়, প্ৰথা, আমোদ-প্ৰমোদৰ কথা, নৃত্যগীত-অভিনয়, সাজ-পোছাক আদিৰ সংবাদ বহন কৰি আছে এই চৰ্যাগীতিবোৰে।

চৰ্যাৰ কাব্যিক সৌন্দৰ্যৰ বিষয়েও এযাৰ কোৱা দৰ্কাৰ। ই আধুনিক ভাৰতীয় আৰ্য ভাষাৰ প্ৰাচীনতম যুগৰ অন্যতম ৰচনা হলেও ইয়াৰ মাজেদি সূক্ষ্ম আৰু মাৰ্জিত কাব্যশক্তিৰ পৰিচয় পোৱা যায়। যুক্তিপূৰ্ণ সাৰ্থক উপমাৰ প্ৰয়োগ, ৰাগ-ৰাগিনীৰ সমাবেশ, ছন্দৰ লালিত্য আদি কথাৰপৰাই সহজে অনুমান কৰিব পাৰি যে সূক্ষ্ম সাধনতত্ত্ব আলোচনাত এই কবিসকল আছিল অতি নিপুণ।

এই পদৰাজি উচ্চাঙ্গ কবি প্ৰতিভা আৰু মননশীলতাৰেই নিদৰ্শন। তলত চৰ্যাৰ ভাষাৰ কিছু নিদৰ্শন দিয়া হ'ল ঃ

| চৰ্যা | অসমীয়া অনুবাদ |
|---|---|
| কাআ তৰুবৰ পঞ্চবি ডাল। | কায়া (ৰূপ) তৰুবৰ পাঁচ (তাৰ) ডাল। |
| চঞ্চল চীএ পইঠো কাল ॥ | চঞ্চল চিত্তত পশে (আহি) কাল ॥ |
| দিঢ় কৰিঅ মহাসুহ পৰিমাণ। | দৃঢ় কৰি মহাসুখ (ধৰা) পৰিমাণ। |
| লুই ভণই গুৰু পুচ্ছিঅ জাণ ॥ | লুই ভণে গুৰুক সুধি (পুছি) জান ॥ |

**মন্ত্ৰ-সাহিত্য ঃ** অসমীয়া সাহিত্যৰ এটা বুজন অংশ অধিকাৰ কৰি আছে মন্ত্ৰ-সাহিত্যই। এইবোৰো মূলতে মৌখিক সাহিত্যৰ পৰ্যায়ভুক্ত। খ্ৰীষ্টীয় নৱম শতিকামানৰপৰাই কামাখ্যা তথা কামৰূপ ৰাজ্য তন্ত্ৰ-মন্ত্ৰ যাদুবিদ্যাৰ দেশ ৰূপে সুপৰিচিত। গতিকে মন্ত্ৰৰ ৰচনা কাল সেই সময়লৈকে ঠেলিব পাৰি। মন্ত্ৰৰ প্ৰয়োগ কৰা হৈছিল সাধাৰণতে নানা দেৱ-দেৱতা ; ভূত-প্ৰেত, ডাইনী-যখিনী আদিৰ কোপদৃষ্টিত পৰি হোৱা বেমাৰ-পাতিৰ তথা কৱলৰপৰা উদ্ধাৰ পোৱাৰ কাৰণে। সেয়ে মন্ত্ৰবোৰ যথেষ্ট যত্ন সহকাৰে গোপনে ৰখা হৈছিল ; কিয়নো তাৰ কোনো ভুল-চুক নোহোৱাকৈ গাব পাৰিলেহে মন্ত্ৰৰ ফলাফল পোৱা যায় বুলি এটা সৰল জনবিশ্বাস আছে। সেই কাৰণে মুখে মুখে চলি আহি লিপিবদ্ধ হোৱালৈকে এই কালছোৱাৰ ভিতৰতো তাৰ ভাষাৰ বিশেষ সাল-সলনি হোৱা নাই।

মন্ত্ৰৰ ভাষাৰ মূলভেটি কথিত ভাষা ; কিন্তু তাত সংস্কৃত শব্দৰ দৰে অনুস্বাৰৰ প্ৰয়োগ বেছি। তদুপৰি কিছু পৰিমাণে ছন্দগন্ধী বুলিও কব পাৰি। একে শব্দৰ পুনৰুক্তি তাৰ আন এটা বিশেষত্ব। ভাব-ভাষা দুয়োফালৰপৰাও মন্ত্ৰবোৰক অসমীয়া বৈষ্ণৱ ধৰ্মৰ আগৰ কালৰ সৃষ্টি বুলিব পাৰি। নানা



ধৰণৰ মন্ত্ৰৰ ভিতৰত ব্ৰহ্ম কৰতি, পানী কৰতি, ধৰণী মন্ত্ৰ, গু-কৰতি, সুদৰ্শন মন্ত্ৰ, বীৰাজৰা মন্ত্ৰ আদিয়েই প্ৰধান। অৱশ্যে আজি কালিও ভালেমান মন্ত্ৰ অলিখিত অৱস্থাতে পুৰুষ পৰম্পৰা মানুহৰ মুখে মুখে প্ৰচলিত হৈ আছে।

## শ্ৰীকৃষ্ণ কীৰ্তন আৰু শূন্য পুৰাণ

**শ্ৰীকৃষ্ণ কীৰ্তন ঃ** চৰ্যাগীতিৰ দৰে শ্ৰীকৃষ্ণ কীৰ্তন আন এখনি প্ৰচীন কাব্য। এইখন পুথিকো অসমীয়া বঙালী উভয়ে নিজৰ নিজৰ ভাষাৰ সম্পত্তি বুলি দাবী তোলে। পুথিৰ ভাষাতাত্ত্বিক বিচাৰ বিশ্লেষণত কিন্তু দেখা যায় যে, কাব্যৰ ভাষাই আচলতে উক্ত দুই ভাষাই পৃথকত্ব লাভ কৰি নিজ নিজ ৰূপ লবলৈ ধৰা সময়ৰ ভাষাৰ নিদৰ্শনহে দাঙি ধৰে। তদুপৰি পুথিৰ প্ৰথম সম্পাদক বসন্তৰঞ্জন ৰায় বিদ্বৎবল্লভৰ আলোচনাৰপৰাও অনুমান কৰিব পাৰি যে পুথিখন বঙালী সম্পাদকৰ হাতত পৰি অধিক পৰিমাণে বঙালী ভাষাগন্ধী হৈ পৰিছে। তথাপি তাত পোৱা যায় অসমীয়া ভাষাৰ প্ৰচুৰ বৈয়াকৰণিক লক্ষণ। সংস্কৃত তৎসম শব্দৰ ব্যৱহাৰো কম নহয়। তাৰ মাজতো লৌকিক কথ্য ভাষাৰ প্ৰয়োগ আৰু বাগধাৰাই কাব্যখনিক জীৱন্ত কৰি তুলিছে। এই পুথিত কামৰূপ-গোৱাল-পাৰা অঞ্চলত প্ৰচলিত অসমীয়াৰ উপভাষাৰ নিদৰ্শন মন কৰিব লগীয়া।

**বড়ু চণ্ডীদাস** এই পুথিৰ ৰচক। গ্ৰাম্য ৰুচিপ্ৰিয় গাঁৱলীয়া কবি হলেও তেওঁ আছিল সংস্কৃতজ্ঞ। সেয়ে কাব্য পাঠ কৰিলে পোৱা যায় উচ্চ পৰ্যায়ৰ কাব্য মাধুৰ্যৰ স্বাদ। পুথিত বৰ্ণিত ৰাধাকৃষ্ণৰ বিচিত্ৰ প্ৰেম কাহিনী পুৰাণ বা অন্যান্য শাস্ত্ৰত কোৱা কাহিনীতকৈ বহু পৰিমাণে পৃথক। গাঁও অঞ্চলত ৰাধাকৃষ্ণৰ সম্ভৱতঃ এনেকুৱা ধৰণৰ গ্ৰাম্যদুষ্ট কাহিনী প্ৰচলিত আছিল আৰু কবিয়ে তাৰ ওপৰত নিৰ্ভৰ কৰি ৰচনা কৰিছিল এই কাব্য। সেয়ে কৃষ্ণ, ৰাধা আৰু বড়াইবুড়ি এই তিনিটা চৰিত্ৰৰ



আজেদি কাব্যও গাঁৱলীয়া জীৱনৰ স্থূল ৰুচি অতি উৎকটভাৱে প্ৰকাশ পাইছে। আন এটা মন কৰিব লগীয়া কথা যে চৰ্যাগীতিৰ ভাষাতকৈ এই পুথিৰ ভাষা বহু পৰিমাণে আধুনিক। তলত দৃষ্টান্ত হিচাপে এটা উদ্ধৃতি দাঙি ধৰা হ'ল ঃ

কে না বাঁশী বাএ বড়ায়ি কালিনী নইকুলে।
কে না বাঁশী বাএ বড়ায়ি এ গোঠ গোকুলে॥
আকুল শৰীৰ মোৰ বেআকুল মন।
বাঁশীৰ শবদেঁ মো আউলাইলোঁ ৰান্ধন॥

অৰ্থাৎ, কোনেনো বাঁহী বজায় বড়াই, কালিন্দী নদীকুলত।
কোনেনো বাঁহী বজায় বড়াই, এই গোষ্ঠ গোকুলত॥
আকুল শৰীৰ মোৰ ব্যাকুল (বা বিয়াকুল) মন।
বাঁহীৰ শবদত মোৰ একাকাৰ (আলিমূলি হ'ল) ৰান্ধন॥

**শূন্য পুৰাণ ঃ ৰামাই পণ্ডিতৰদ্বাৰা** ৰচিত শূন্য পুৰাণ আন এখনি অসমীয়া-বঙালী ভাষাৰ উমৈহতীয়া নিদৰ্শন দাঙি ধৰা কাব্য। বঙালী মঙ্গল কাব্যৰ লগত এই পুথিৰ তুলনা কৰিব পাৰি। এই পুথিত মহাযানী-বৌদ্ধ আৰু তান্ত্ৰিক হিন্দুৰ আচাৰ-বিচাৰ, ধ্যান-বিশ্বাস আদিৰ প্ৰভাৱ মন কৰিব লগীয়া। তদুপৰি পুথিত নানা কালৰ ভাষাৰ প্ৰভাৱ লক্ষ্য কৰা যায়। এইবিলাকৰ পৰা অনুমান হয় সম্ভৱতঃ এই পুথিয়ে লিখিতভাৱে সম্পূৰ্ণ ৰূপ লাভ কৰাৰ আগতে মানুহৰ মুখ বাগৰি কিছুকাল চলি আহিছিল আৰু ৰামাই পণ্ডিতে কবিপ্ৰাণৰ আবেগ ঢালি তাকেই নতুন জীৱন দিলে; অৱশ্যে এই কথা ন-দি কোৱা টান। ভাষাতাত্ত্বিক বিচাৰত শূন্য পুৰাণৰ ভাষাত খ্ৰীষ্টীয় যোড়শ শতিকাৰ ভাষাৰহে নমুনা পোৱা যায়, অৰ্থাৎ শ্ৰীমন্ত শঙ্কৰদেৱৰো পৰৱৰ্তী কালৰ ভাষাহে এই পুথিয়ে ধৰি ৰাখিছে।

এই পুথিৰ ভাষাতো নামনি অসমৰ লৌকিক কথ্য অসমীয়াৰ প্ৰয়োগ লক্ষ্য কৰা যায়। আনকি কাব্যখনি নামনি অসমৰ ভাষাত

ৰচিত হৈছিল বুলিলেও বঢ়াই কোৱা বুলিবৰ উপায় নাই। তলত দৃষ্টান্ত হিচাপে কেই ফাকিমান তুলি দিয়া হ'ল ঃ

নহি ছিষ্টি ছিল আৰ নহি সুৰ নৰ।
বম্ভা বিষ্টু ন ছিল ন ছিল আঁবৰ ॥
বাৰ বৰত নহি ছিল বিসি জে তপসী।
তীথ থল নহি ছিল গঙ্গা বৰানসী ॥

আধুনিক অসমীয়া ঃ

নাছিল সৃষ্টি আৰু নাছিল সুৰ-নৰ।
ব্ৰহ্মা বিষ্ণু নাছিল নাছিল অম্বৰ ॥
বাৰ ব্ৰত নাছিল ঋষি যে তপস্বী।
তীৰ্থ স্থান নাছিল গঙ্গা বাৰাণসী ॥

## অনুবাদ সাহিত্য

চৰ্যাগীতি আদিৰ ৰচনা কালৰপৰা প্ৰায় চাৰি শ বছৰ কাল অসমীয়া ভাষা-সাহিত্যৰ কোনো স্থায়ী নিদৰ্শন পাবলৈ নাই। এই বিৰাট শূন্যতাৰ কালছোৱাৰ পিছত অসমীয়া ভাষাত যিবিলাক স্থায়ী সাহিত্য পোৱা যায় সেইবিলাক প্ৰাচীন মহাকাব্য ৰামায়ণ আৰু মহাভাৰতৰ কাহিনী আখ্যান আদিৰ অৱলম্বনত ৰচিত। এই কালছোৱাৰ সমগ্ৰ সাহিত্য মূলতে অনুবাদ প্ৰধান। অৱশ্যে তাৰ মাজতো পোৱা যায় কবিসকলৰ মৌলিক প্ৰতিভাৰ পৰিচয়। সামাজিক পৰিবেশৰ স্থানীয় ৰহণ আদিও সেই কাব্যৰাজিত নপৰাকৈ থকা নাই। অনুবাদমূলক বুলিয়েই এই কালৰ সাহিত্যসমূহক প্ৰাক্-বৈষ্ণৱ যুগৰ সাহিত্য বুলি নকৈ তাৰ লক্ষণালক্ষণৰ ওপৰত অধিক গুৰুত্ব দি অনুবাদ সাহিত্য ৰূপে অভিহিত কৰা হ'ল। এই কালছোৱাৰ সাহিত্যৰ মাজেদি দৰাচলতে অসমীয়া ভাষাই সম্পূৰ্ণভাৱে নিজস্ব গঢ় লয় আৰু ব্যাকৰণেও স্বাতন্ত্ৰ্য লাভ কৰে।

হেম সৰস্বতী এই শ্ৰেণীৰ সাহিত্যিকসকলৰ ভিতৰত প্ৰথম হোতা। প্ৰহ্লাদ চৰিত্ৰ এওঁৰদ্বাৰা ৰচিত বৰ্ণনামূলক বিষ্ণুমাহাত্ম্য প্ৰকাশক ক্ষুদ্ৰ কাব্য। ইয়াৰ মূল কাহিনীভাগ লোৱা হৈছে বামণ পুৰাণৰপৰা। শয়নে সপোনে সকলো সময়তে বিষ্ণুই যাৰ একমাত্ৰ ধ্যান সেই প্ৰহ্লাদৰ ওপৰত পৰম পৰাক্ৰমী দৈত্যৰাজ হিৰণ্যকশিপুৱে কৰা অত্যাচাৰ, বিষ্ণুৰ নৰসিংহ অৱতাৰ ধাৰণ আৰু হিৰণ্যকশিপু বধ কাব্যৰ মূল আখ্যান। পুথিত লৌকিক কথ্য ভাষাৰ প্ৰভাৱ নপৰা নহয়। কবিৰ বৰ্ণনা সবল, ভাষাত কোনো গাম্ভীৰ্য নাই—আৰম্বৰহীন, কঠিন শব্দৰ প্ৰয়োগহীনতা আন এটা

বিশেষত্ব। বৰ্ণনামূলক হলেও কাব্যৰ বিষয়বস্তুৰ প্ৰকাশভঙ্গী পাঠকৰ মন চুই যাব পৰা বিধৰ। একেষাৰ কথাত বিষ্ণুভক্ত কবিৰ কাপৰপৰা ওলোৱা ই এখনি উপাদেয় আখ্যানমূলক পদ-পুথি। এওঁৰ আন এখন পুথি হৰগৌৰী সংবাদ আজিও অপ্ৰকাশিত অৱস্থাতে আছে।

কোন সময়ত এইজনা কবিৰ উদ্ভৱ কোৱা টান; কিন্তু হেম সৰস্বতীৰ কাব্য চৰ্চাত পৃষ্ঠপোষকতা কৰিছিল কমতাৰাজ দুৰ্লভনাৰায়ণে। পুথিৰ ভণিতাত সেই কথাৰ উল্লেখ আছে। দুৰ্লভনাৰায়ণৰ ৰাজত্বকাল খ্ৰীষ্টীয় ১৩শ শতিকাৰ শেষ আৰু ১৪ শ শতিকাৰ আদি ছোৱা। গতিকে হেম সৰস্বতীক সেই কালৰ কবি বুলিব পাৰি।

এই কালৰ আন এগৰাকী কবি হ'ল কবিৰত্ন সৰস্বতী। এওঁৰ কাব্য দ্ৰোণপৰ্বৰ আখ্যান ভাগ লোৱা হৈছে মহাভাৰতৰ দ্ৰোণপৰ্বৰ জয়দ্ৰথ বধ কাহিনীৰপৰা। এওঁ হেম সৰস্বতীৰ প্ৰায় সমসাময়িক। এওঁৰ কাব্য চৰ্চাৰ পৃষ্ঠপোষক আছিল কমতাৰাজ দুৰ্লভনাৰায়ণৰ পুত্ৰ ইন্দ্ৰনাৰায়ণ। কবিৰত্ন বৰপেটা অঞ্চলৰ ছোটশিলা গাঁওৰ জনৈক চক্ৰপাণি শিকদাৰৰ ল'ৰা। ৰুদ্ৰ সৰস্বতী এই সময়ৰে আন এগৰাকী কবি। সাত্যকি প্ৰৱেশ এওঁৰ কাব্য; ইয়াৰ মূল বিষয়বস্তু হৈছে শিনিনন্দন সাত্যকিৰ যুদ্ধযাত্ৰা আৰু বীৰত্বৰ কাহিনী ভাগ। তাকো আহৰণ কৰা হৈছে মহাভাৰতৰ দ্ৰোণপৰ্বৰ জয়দ্ৰথ বধ অংশৰপৰা। এওঁৰ কাব্য চৰ্চাৰ পৃষ্ঠপোষক আছিল কমতা-ৰাজ্যৰ পশ্চিমাঞ্চলত ৰাজত্ব কৰা ধৰ্মনাৰায়ণৰ পুতেক তাম্ৰধ্বজ। তাম্ৰধ্বজ ইন্দ্ৰনাৰায়ণৰ সমসাময়িক ৰজা।

হৰিবৰ বিপ্ৰ কমতাৰাজ দুৰ্লভনাৰায়ণৰ সৰ্বশ্ৰেষ্ঠ সভাকবি আছিল। বব্ৰুবাহনৰ যুদ্ধ আৰু লৱ-কুশৰ যুদ্ধ এওঁৰ দুখনি উপাদেয় কাব্য। দুয়োখন পুথিৰে মূল কাহিনীভাগ জৈমিনিয় মহাভাৰতৰ-পৰা লোৱা হৈছে। তদুপৰি দুয়োখন পুথিৰে মূল উপজীব্য তথা কেন্দ্ৰবিন্দু পিতা-পুত্ৰৰ যুদ্ধ।



যুধিষ্ঠিৰৰ অশ্বমেধ যজ্ঞৰ ঘোঁৰা মণিপুৰত বব্ৰুবাহনৰ হাতত বন্দীহোৱাত অৰ্জুনৰ লগত যুদ্ধ হয়; কিন্তু মাক চিত্ৰাঙ্গদাৰপৰা পিতৃ পৰিচয় পোৱাত বব্ৰুবাহন বিব্ৰত হৈ পৰে। যুদ্ধক্ষেত্ৰত শ্ৰীকৃষ্ণৰ আৱিৰ্ভাৱ আৰু অৰ্জুনৰ পুনৰ্জীৱন লাভ আৰু পিতা-পুত্ৰৰ পৰিচয় হোৱাত এটা সুখময় পৰিবেশৰ সৃষ্টি হয়। বব্ৰুবাহনৰ যুদ্ধৰ এয়ে মূল কাহিনী। আকৌ লৱ-কুশৰ যুদ্ধত কবিয়ে ৰামচন্দ্ৰৰ লগত অনুষ্ঠিত হোৱা লৱ-কুশৰ যি যুদ্ধৰ বৰ্ণনা দিছে সি জৈমিনিৰ বৰ্ণনাৰ অনুৰূপ। এই দুয়োখন পুথিতে কবিয়ে মূল ঘটনা, পৰিস্থিতি, পৰিবেশ আদিৰপৰা আঁতৰি অহা নাই। কবিৰ নিজস্ব দৃষ্টি খুব বেছি নাথাকিলেও স্থানীয় সামাজিক ৰহণ স্পষ্ট। প্ৰসঙ্গ-ক্ৰমে কবিয়ে সমাজৰ পাৰিপাৰ্শ্বিক নানা কথাৰ চিত্ৰাঙ্কন কৰি গৈছে। এই কালৰ কবিসকলৰ ভিতৰত মাধৱ কন্দলীৰ ঠিক পাছতেই এওঁক স্থান দিব পাৰি।

মাধৱ কন্দলী এই যুগৰ সৰ্বশ্ৰেষ্ঠ কবি। আনকি পৰৱৰ্তী অন্যতম প্ৰতিভাশীল কবি-সাহিত্যিক মহাপুৰুষ শঙ্কৰদেৱেও এওঁক "পূৰ্বকবি অপ্ৰমাদী" ৰূপে স্বীকৃতি দি গৈছে। এইগৰাকী কবিয়ে বৰাহী ৰজা মহামাণিক্যৰপৰা কাব্য ৰচনা কৰিবলৈ অনুপ্ৰেৰণা লাভ কৰিছিল। মহামাণিক্যৰ ৰাজধানী সম্পৰ্কে নানা মুনিৰ নানা মত। পিছে, সকলোফালৰপৰা বিচাৰ কৰি চালে দেখা যাব যে সোণাপুৰত ৰাজধানী পাতি ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰত খ্ৰীষ্টীয় ১৩শ-১৪শ শতিকাত কছাৰী জাতিৰ বৰাহী ফৈদে ৰাজত্ব কৰিছিল। মহামাণিক্য এই ফৈদৰে এজন বিদ্যোৎসাহী ৰজা। তেওঁৰ আদেশ-ক্ৰমেই মাধৱ কন্দলীয়ে "সপ্তকাণ্ড ৰামায়ণ পদবন্ধে নিবন্ধিলোঁ" বুলি বাল্মীকিৰ সংস্কৃত ৰামায়ণ অসমীয়াত অনুবাদ কৰিছে। অৱশ্যে এয়া তেওঁৰ আক্ষৰিক অনুবাদ নহয়।

কন্দলী ৰামায়ণৰ যি সংস্কৰণ আমাৰ হাতত পৰিছেহি সি মূল

ৰূপ বহুকাল আগতেই হেৰুৱাই পেলাইছে। তদুপৰি আদি আৰু উত্তৰাকাণ্ড একেবাৰে লোপ পাইছে। বৰ্তমান কন্দলী ৰামায়ণৰ আদিকাণ্ডটো মাধৱদেৱৰদ্বাৰা আৰু উত্তৰাকাণ্ডটো শঙ্কৰদেৱৰদ্বাৰা ৰচিত। তদুপৰি উক্ত দুই মহাপুৰুষৰ কাৰণেই কন্দলী ৰামায়ণ সংৰক্ষিত হৈছে। অৱশ্যে এওঁলোকৰ চেষ্টাত আদি-উত্তৰাকাণ্ড সংযোজিত হোৱাৰ লগতে আন কাণ্ড পাঁচোটাত তেওঁলোকৰ আদৰ্শ তথা ধৰ্মমতৰ অনুকূলে ভক্তিমূলক উপদেশৰ সংযোগ ঘটিল। অৱশ্যে মূল বস্তুত বৈষ্ণৱ কবি দুজনাৰ হাতপৰাৰ কোনো প্ৰমাণ নাই।

মাধৱ কন্দলীৰ ৰামায়ণ উত্তৰ ভাৰতৰ আধুনিক যি কোনো ভাষাত ৰচিত ৰামায়ণৰ ভিতৰত আটাইতকৈ প্ৰাচীন। হিন্দী, বঙালী, উৰিয়া আদি ভাষাৰ ৰামায়ণসমূহ কন্দলী ৰামায়ণতকৈ প্ৰায় দেৰ শ বছৰ পিছতহে ৰচিত হৈছিল। সেই কালৰপৰা অসমীয়া কবিৰ কৃতিত্ব তথা সন্মান সৰ্বভাৰতীয় প্ৰাচীন কবিমহলত একেবাৰে আগশাৰীত। সম্ভৱতঃ সেই কাৰণেই এওঁৰ ৰামায়ণক সততে অনুসৰণ কৰিবলৈ গৈয়ো কবিয়ে অৱশ্যে নানা ঠাইত নিজৰ সামাজিক পৰিবেশৰদ্বাৰা প্ৰভাৱান্বিত হৈছিল। সেই কাৰণেই এওঁৰ ৰামায়ণত অসমীয়া জীৱনধাৰা নানাভাৱে প্ৰকাশ হৈ পৰিছে।

দেৱজিৎ আৰু তাম্ৰধ্বজৰ যুদ্ধ আন দুখন কাব্য মাধৱ কন্দলীৰ নামত পোৱা যায়। ভণিতাত নাম থাকিলেও এই দুয়োখনকে কন্দলীৰ ৰচনা বুলিব নোৱাৰি। সম্ভৱতঃ 'মাধৱ'ৰ নামত ভণিতা যোগ কৰি লিখা এই পৰৱৰ্তী আন কোনো কবিৰহে ৰচনা।

মাধৱ কন্দলীৰ অসমীয়া ভাষা-সাহিত্যলৈ শ্ৰেষ্ঠতম অৱদান হ'ল ৰামায়ণৰ জৰিয়তে দি যোৱা অসমীয়া ভাষাৰ স্থায়ী গঠন। কৃতীমান বৈষ্ণৱ কবিসকলেও দৈনন্দিন জীৱনত প্ৰয়োগ কৰা তৎসম অৰ্ধতৎসম আৰু দেশজ শব্দ সম্ভাৰৰদ্বাৰা সমৃদ্ধ লৌকিক



কথ্য ভাষাত গাম্ভীৰ্যপূৰ্ণ সাহিত্য ৰচনা কৰিবলৈ সাহস কৰা নাছিল। কন্দলীৰ পূৰ্বৱৰ্তী কবিকাৰসকলে এই বিষয়ত যত্নসাধ্য কৰিছিল যদিও এওঁৰ দৰে সাৰ্থকতা লাভ কৰিব পৰা নাছিল। আনকি সেই সময়ৰ অন্যান্য ভাষাভাষী কবিসকলেও সাহিত্য প্ৰণয়নৰ ক্ষেত্ৰত ভাষাত কৃত্ৰিমতা আৰোপ কৰিবলৈ পাহৰা নাছিল। আনহাতে মাধৱ কন্দলী দৈনন্দিন জীৱনৰ লৌকিক কথ্য ভাষাকে ললে ৰামায়ণৰ নিচিনা পূণ্যগ্ৰন্থ প্ৰণয়নৰ বাহন স্বৰূপে। ধৰ্মশাস্ত্ৰত সৰ্বসাধাৰণৰ মাৰ্জিত কথ্যভাষাৰ প্ৰয়োগ কন্দলীৰ অভূতপূৰ্ব অৱদান। ফলত এহাতে যিদৰে ঘোপমৰা অন্ধকাৰ নিশাৰ উজ্জ্বল জোৰ-বন্তীৰ দৰে ৰামায়ণ অসমীয়াৰ ঘৰে ঘৰে সোমাই পৰিল, আনহাতে অসমীয়া ঘৰুৱা অকৃত্ৰিম লৌকিক ভাষাই লাভ কৰিলে পৰিমাৰ্জিত শিক্ষিত সমাজৰ সকলো স্তৰৰে সাক্ষ্যদানৰ প্ৰতীক স্বৰূপে।

তদুপৰি অসমীয়া কাব্যৰ পদ-দুলড়ি-ছবি এই তিনিবিধ ছন্দই পূৰ্বৱৰ্তী কবিসকলৰ হাতত ধৰা দিছিল যদিও সিবোৰে পূৰ্ণ বিকাশ লাভ কৰে মাধৱ কন্দলীৰ হাততহে। এই কবিসকলে বিষয়বস্তু ৰামায়ণ-মহাভাৰতৰপৰা আহৰণ কৰিছিল সঁচা, কিন্তু কোনো ধৰ্মীয় আদৰ্শৰদ্বাৰা অনুপ্ৰাণিত হৈ কাব্য চৰ্চাত মনোনিবেশ কৰা নাছিল। সেয়ে এইসকল কবিৰ কাব্যত পৰৱৰ্তী বৈষ্ণৱ কবিকাৰ সকলৰ দৰে ধৰ্মপ্ৰচাৰৰ কোনো উদ্দেশ্য নাই। এই কাললৈকে অসমীয়া সাহিত্য চৰ্চাৰ মূল ভেটি আছিল অসমৰ পশ্চিম অঞ্চলৰ আঞ্চলিক ভাষা।

## পাঁচালী সাহিত্য

সংস্কৃত 'পাঞ্চালিকা' ( অর্থাৎ পুতলা ) শব্দৰপৰা পাঁচালীৰ উদ্ভৱ। ( পাঞ্চালিকা > পাণ্ চালিআ > পাঁচালিআ > পাঁচালী ) পুতলা নাচৰ সূত্ৰধাৰৰ অনুকৰণত কোনো ওজাই সম্ভৱতঃ পৌৰাণিক কাহিনীৰ সহায়ত গীত-পদ ৰচনা কৰিছিল। সেইবাবেই বোধ হয় এই শ্ৰেণীৰ গীত-পদসমূহক পাঁচালী বোলা হয়। চমু কথাত পাঁচালী মানে ওজা-পালিয়ে গোৱা পৌৰাণিক আখ্যান মূলক জনপ্ৰিয় গীত-পদ। পাঁচালীৰ গীতৰ লগত শৰীৰৰ অঙ্গি-ভঙ্গিৰ প্ৰয়োজন অৰ্থাৎ গীত-নাচ আৰু তাৰ ব্যাখ্যা ইয়াৰ লগত বিশেষভাৱে জড়িত। সেইবুলি গীতৰ ব্যাখ্যা পুথিত সংযোজিত হোৱা নাই। ইয়াৰ কাব্যধাৰাক 'পাঁচালী' বুলিলেও গীতভাগক 'লাচাৰী' বোলা হয়। 'লেচাৰী' ছন্দৰ লগত এই 'লাচাৰী'ৰ যোগসূত্ৰ দেখুৱাব পাৰি।

পাঁচালী সাহিত্যৰ মূলবস্তু দুটা : মনসা তথা সৰ্পৰ অধিষ্ঠাত্ৰী দেৱীৰ মাহাত্ম্যসূচক আৰু পুৰাণৰ আখ্যানসূচক।

পাঁচালী কাব্যৰ কবিসকল মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ পৰৱৰ্তী কালৰ লোক ; কিন্তু তেওঁলোকৰ ৰচনাত বৈষ্ণৱ সাহিত্য কিয় 'অনুবাদ সাহিত্য' প্ৰণেতা কবিসকলৰ সাহিত্যৰ আদৰ্শও পৰিলক্ষিত হোৱা নাই। অৱশ্যে তান্ত্ৰিকতাৰ প্ৰাধান্য দেখুৱাবলৈ কৰা চেষ্টা প্ৰকাশ পাইছে। এওঁলোকৰ কাব্য মূলতে লৌকিকতা প্ৰধান। গীত আৰু পদৰ মাজেদি ঈশ্বৰত্ব আৰোপ কৰা চৰিত্ৰসমূহকো গাঁৱৰ সাধাৰণ মানৱীয় স্তৰলৈ নমাই অনা হৈছে। সেয়ে চৰিত্ৰবোৰৰ মাজেদি পোৱা যায় গাঁৱলীয়া শিক্ষিত-অশিক্ষিত সমাজৰ ৰুচিবোধ, মানৱীয় আসক্তি, নানান আচাৰ-বিচাৰ, ধ্যান-বিশ্বাস আদি। মুঠতে, কবিৰ লক্ষ্য আছিল গাঁৱলীয়া সমাজৰ ৰুচিবোধ অনুসাৰে



কাব্য প্ৰণয়ন। সেয়ে কাব্যৰ ভাষাত কৃত্ৰিমালি নাই ; তাৰ সলনি লৌকিকতা প্ৰধান কথ্যভাষাহে প্ৰয়োগ হৈছে।

মনসা দেৱীৰ মাহাত্ম্য প্ৰকাশক কাব্য ৰচয়িতাসকলৰ ভিতৰত পৰে মনকৰ, দুৰ্গাবৰ আৰু সুকবি নাৰায়ণদেৱৰ নাম। মনকৰ নিজে আছিল এজন জনপ্ৰিয় ওজা ; সঙ্গীতৰ জ্ঞানো তেওঁৰ নথকা নহয়। পদ্মপুৰাণৰ কিছু অংশ আছিল তেওঁৰ মনকৰী কাব্যৰ মূল বিষয়বস্তু। পিছে, বেউলা আখ্যান ভাগ তেওঁৰ কাব্যৰপৰা বাদ পৰিছে। তেওঁৰ গীত-পদ লৌকিক বৰ্ণনাৰে ভৰপূৰ। সেয়ে বৰ্ণনা লঘু গ্ৰাম্যতা দোষযুক্ত। তদুপৰি কাব্যত হাস্য আৰু শৃঙ্গাৰ ৰসে প্ৰাধান্য লাভ কৰিছে।

দুৰ্গাবৰৰ দুখনি কাব্য। বেউলা গীত মনসা মাহাত্মা প্ৰকাশক পুথি আৰু আনখন ৰামায়ণৰ কাহিনীৰ সহায়ত লিখা গীত পুথি। তাৰ নামো গীতি ৰামায়ণ। পদ্মপুৰাণৰ বেউলা আখ্যানৰ সহায়ত এওঁ কামাখ্যাত বেউলা গীত ৰচনা কৰে। ওজা-পালিৰ মুখত আজিও এই গীত শুনা যায়। মনকৰৰ দৰে সমসাময়িক সামাজিক পৰিবেশৰ নানা কথাৰ আভাস এওঁৰ বাক্যত পোৱা যায়। এওঁৰ পুথিও গাঁৱলীয়া সমাজৰ ৰুচিবোধলৈ লক্ষ্য ৰাখি যুগুত কৰা বুলিব পাৰি। এওঁৰ আনখনি কাব্যহে অধিকতৰ সুন্দৰ। গীতবোৰ ৰাগ-ৰাগিনীযুক্ত। এওঁ বাল্মীকি ৰামায়ণৰপৰা বিষয়-বস্তু আহৰণ কৰা নাছিল। অসমীয়াৰ ঘৰে ঘৰে প্ৰবেশ কৰা কন্দলী ৰামায়ণৰ কাহিনীৰ ভেটিত ৰচিত এওঁৰ ৰামায়ণক জনপ্ৰিয় গীতৰ সমষ্টি বুলিব পাৰি। একেষাৰ কথাত এওঁৰ ৰামায়ণক ৰামায়ণৰ লৌকিক সংস্কৰণ বুলিব পাৰি। গীত পদত বিশেষকৈ 'অৰণ্য-কিষ্কিন্ধ্যা-সুন্দৰা' কাণ্ডৰ দীঘলীয়া বৰ্ণনাত মাধৱ কন্দলীক অনুকৰণ কৰা কথা স্পষ্ট হৈ পৰিছে। লঙ্কা আৰু উত্তৰাকাণ্ডৰ বৰ্ণনা সংক্ষেপ কৰিবলৈ চেষ্টা কৰিলেও কবিয়ে কন্দলীৰ প্ৰভাৱ এৰাব পৰা নাই। গীতৰ বৰ্ণনাত কবিৰ মানসিক বিশ্লেষণ মন কৰিব লগীয়া ;

বিশেষকৈ বিৰহ-বিচ্ছেদ বা করুণ ৰসৰ বর্ণনাত দুর্গাবৰ সিদ্ধহস্ত। গীতি ৰামায়ণ প্রধান কাব্য হলেও আচলতে বেউলা গীতেহে কবিৰ মৌলিক প্রতিভাৰ পৰিচয় দিয়ে।

সুকবি নাৰায়ণদেৱৰ কাব্যখন হ'ল **পদ্মপুৰাণ**। এওঁৰ বুজন আকৰৰ এই কাব্যখনি কেৱল পশ্চিম অসমতে নহয় পূর্ব আৰু উত্তৰ বঙ্গতো জনপ্রিয়। কোচবিহাৰ অসমৰ অন্তর্ভুক্ত আছিল বাবেই সম্ভৱতঃ সুকবি নাৰায়ণদেৱৰ কাব্যই বঙ্গদেশত জনপ্রিয়তা লাভ কৰা সহজ হৈ পৰিছিল। বঙ্গভাষাভাষী লোকে আজিও এইজনা কবিক বঙালী কবি হিচাপে সম্মান দেখুৱাই আছে। পিছে, আচলতে এওঁ অসমীয়া লোকহে। এওঁৰ উদ্ভৱকাল সম্পর্কেও নানা তর্ক আছে; কিন্তু কাব্যৰ ভাৱ-ভাষা আদিৰ ফালৰপৰা বিচাৰ কৰি চালে এওঁক কোনোমতে শঙ্কৰদেৱৰ আগৰ কাললৈ ঠেলিব নোৱাৰি।

এওঁৰ গীত "সুকনান্নী" নামে জনাজাত। তেওঁৰ পুথিত পদ্মাৰ উৎপত্তি, চন্দ্রধৰ আৰু বেউলা-লখীন্দাৰৰ কাহিনী বিশেষভাৱে বর্ণিত হৈছে। তাৰ উপৰি নেতাৰ জন্ম, বিষহৰিৰ কণা হোৱা কাহিনী, পদ্মা আৰু যমৰ যুদ্ধ আদি ভালেমান কথাৰ বর্ণনা পোৱা যায়। এওঁৰ কাব্য করুণ আৰু হাস্যৰস প্রধান; কিন্তু বহু ঠাইত বর্ণনাই শ্লীলতাৰ সীমা পাৰ হৈ গৈছে। এওঁৰ পুথিতো অসমৰ প্রাচীন সমাজখন নানাভাৱে ৰূপায়িত হৈছে। দুর্গাবৰ বা মনকৰৰ তুলনাত এওঁ অধিক অভিজ্ঞ। এওঁৰ কাব্যত কৃষ্ণ-ৰাধা, গোপ-গোপী, বৃন্দাবন আদিৰ লগত জড়িত দিহা পোৱা যায়। এয়া সম্ভৱতঃ বৈষ্ণৱ আন্দোলনৰ প্রভাৱ। আন কোনোজন কবিৰ মনসা কাব্যত এনেকুৱা দিহা পোৱা নাযায়।

দুর্গাবৰৰ গীতি ৰামায়ণৰ উপৰিও **পীতাম্বৰ দ্বিজৰ উষা পৰিণয়** দ্বিতীয় শাখাৰ পাঁচালী কাব্য। কমতাপুৰবাসী পীতাম্বৰ দ্বিজে চিলাৰায় দেৱানৰপৰা কাব্য ৰচনাৰ প্রেৰণা পাইছিল। তেওঁ নিজেও আছিল এজন সংস্কৃত পণ্ডিত। উষা পৰিণয়ৰ মূল বিষয়-বস্তু আহৰণ কৰা হৈছে হৰিবংশৰ উষা পৰিণয় অংশৰপৰা। কবিৰ বর্ণনাত গ্রাম্যৰুচি উৎকটভাৱে প্রকাশ পাইছে। সেয়ে উষা-অনিৰুদ্ধৰ দেহজ প্রেমৰ উলহ-মালহ, ইন্দ্রিয় লোলুপতা আদিৰ বর্ণনাই প্রাধান্য পাইছে। কাব্যৰ আদি-ছোৱা উষা-অনিৰুদ্ধৰ প্রণয় কাহিনী আৰু পিছৰ ছোৱাত হৰিহৰৰ যুদ্ধই প্রধান স্থান অধিকাৰ কৰিছে। তদুপৰি বাণ প্রমুখ্যে অসুৰসকলৰ লম্ফ-জম্ফ, অহংকাৰ-আস্ফালন আৰু কৃষ্ণৰ জয়লাভৰ বর্ণনাতহে যেন কবিৰ অধিক মনযোগ। বর্ণনাই বহু সময়ত শ্লীলতাৰ সীমা চেৰাই গৈছে।



পীতাম্বৰ দ্বিজৰ আন তিনিখন পুথি **ভাগৱত দশম স্কন্ধ, মার্কণ্ডেয় চণ্ডী** আৰু **নল-দময়ন্তী** অপ্রকাশিত অৱস্থাতে আছে। এই পুথিৰ প্রতিলিপি কোচবিহাৰৰ ৰাজদৰবাৰ গ্রন্থাগাৰত সংৰক্ষিত আছে। অসমত অপ্রচলিত এই তিনিওখন কাব্য বঙালী সাহিত্যিকৰ হাতত পৰি সেই সাহিত্যৰ অন্তর্ভুক্ত হৈ পৰিছে বুলি বহুতে সন্দেহ কৰে।

বিশেষ মন কৰিব লগীয়া কথা হ'ল যে এই পাঁচালী সাহিত্যৰ অন্তর্গত আটাইখিনি কাব্য বা গীতৰ ৰচকসকল মহাপুৰুষ শঙ্কৰ-দেৱৰ পৰৱর্তীকালৰ লোক। সেয়ে এওঁলোকৰ ৰচনাসমূহক বহুতে বৈষ্ণৱ যুগৰ অবৈষ্ণৱ সাহিত্য বুলি কয়; কিন্তু উক্ত পাঁচালী সাহিত্যৰ অনুশীলন সম্ভৱতঃ ওজা-পালিৰ হাতত বহুদিন ধৰি চলি অহাৰ পিছত তাৰ জনপ্রিয়তা বৃদ্ধি পাই অহাত উক্ত কৃতীমান কবিসকলৰ হাতত সি নতুন জীৱন পালে। মনসাদেৱীৰ তুতি-নতি বেছ প্রাচীন; কিন্তু পদ্মপুৰাণৰ গীত তিমান প্রাচীন নহয়। কিয়নো এইবোৰৰ ৰচনা বহু অর্বাচীন। ওজা-পালি আনুষ্ঠানিক উৎসৱৰ লগত এইবোৰ গীত বিশেষভাৱে জড়িত। এইখিনিয়ে আচলতে বৈষ্ণৱ যুগৰ আগৰেপৰা বিকাশ লাভ কৰি বৈষ্ণৱ যুগত স্থায়ীৰূপ পোৱা বোলাহে যুগুত। সেইবাবেই ইয়াক পাঁচালী সাহিত্যৰূপে সুকীয়াভাৱে ভাগ কৰা হ'ল।

# বৈষ্ণৱ সাহিত্য

তন্ত্রপ্রধান সাহিত্য তথা ভাৱধাৰাৰ অনুপ্ৰেৰণাত গঢ়ি উঠা শক্তিবাদৰ মাজতো লাহে লাহে কেৰোণ সোমাই পৰিবলৈ ধৰিলে। সামাজিক বিশেষকৈ ধৰ্মীয় বিভিন্ন আচাৰ-বিচাৰ, ৰীতি-নীতি অৱনতি আৰু নানা কেলেঙ্কাৰীৰ সূত্ৰপাতৰ পৰিণতি বৈষ্ণৱবাদ। খ্ৰীষ্টীয় পঞ্চদশ শতিকা সমগ্ৰ ভাৰতৰ কাৰণেই এটা যুগসন্ধিৰ কাল। সেই সময়তে ভাৰতৰ অন্যান্য প্ৰদেশৰ দৰে বৃহত্তৰ অসম দেশও নৱবৈষ্ণৱ ধৰ্ম আন্দোলনৰ ভাৱধাৰাৰে প্লাৱিত হৈ পৰে। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ অসমৰ সেই ধৰ্মবিপ্লৱত গুৰি ধৰোঁতা আৰু মাধৱদেৱ আছিল তেওঁৰ সোঁহাত স্বৰূপ। এই দুগৰাকী পুৰুষ অৱতাৰৰ কাৰণেই অতি কম দিনৰ ভিতৰতে অসমত এক শৰণীয়া ভাগৱতী ধৰ্মই গা কৰি উঠে। শঙ্কৰদেৱক এই ধৰ্ম প্ৰৱৰ্তনৰ প্ৰেৰণা যোগাইছিল সমসাময়িক সৰ্ব ভাৰতীয় বৈষ্ণৱ আন্দোলনৰ ভাৱধাৰাই ; বাৰ বছৰ কাল পদব্ৰজে ভাৰতৰ নানা মঠ-মন্দিৰ, তীৰ্থক্ষেত্ৰ তথা শিক্ষাক্ষেত্ৰাদি পৰিভ্ৰমণ কৰি তেৰাই উপলব্ধি কৰিছিল যে প্ৰাচীন সনাতন ধৰ্মই কৃষ্ণ ভক্তিৰ শ্ৰেষ্ঠতম মাৰ্গ। সেয়ে তেওঁ চাৰিপদৰ অৱলম্বনত এক শৰণ নাম-ধৰ্ম প্ৰৱৰ্তন কৰে। অসমীয়া বৈষ্ণৱৰ এই চাৰিপদেই হ'ল নাম, দেৱ, গুৰু আৰু ভকত ; কিন্তু তাৰ মূলতে দাস্যভাৱ অৰ্থাৎ কৃষ্ণনিধিৰ পদৰেণু বন্দনা বাদ। এইখিনিতে ভাৰতৰ অন্যান্য সমসাময়িক বৈষ্ণৱ গুৰুসকলৰ লগত অসমৰ বৈষ্ণৱ ধৰ্মৰ অমিল ; কিন্তু আনহাতে কবীৰ আৰু তুলসীদাসৰ নীতিৰ লগত মিল দেখা যায়। সত্ৰীয়া আচাৰ অনুষ্ঠানৰ লগত জড়িত কেৱলীয়া প্ৰথা মাধৱদেৱৰ পৰৱৰ্তী সংযোজনা।

ধৰ্ম-প্ৰৱৰ্তন আৰু প্ৰচাৰৰ ক্ষেত্ৰত কেৱল সাধন ভক্তিৰেই কাৰ্য-



সিদ্ধি কৰা সম্ভৱ নহয়। তাৰ কাৰণে এটা ব্যাপক পৰিসৰ তথা পৰিৱেশ সৃষ্টিৰ দৰ্কাৰ। সেই উদ্দেশ্যেই কৃষ্ণভক্তি প্ৰধান আদৰ্শসমূহ সৰ্বসাধাৰণৰ মাজত প্ৰচাৰ কৰিবলৈ শঙ্কৰদেৱ প্ৰমুখ্যে বৈষ্ণৱ গুৰুসকল উঠি পৰি লাগিল আৰু ভাগৱত পুৰাণ তথা অন্যান্য আদৰ্শ গ্ৰন্থাদিৰ সাৰ বস্তুৰ অনুকৰণত নানাভাৱে পুথি ৰচনা কৰিবলৈ লৈছিল। কেৱল গীত-পদতেই সেই চেষ্টা সীমাৱদ্ধ হৈ নাথাকিল, নাট্য তথা অভিনয়ৰ ক্ষেত্ৰতো সেই প্ৰচেষ্টাই স্থান অধিকাৰ কৰি বহিল। ওজাপালি, দেওধনি নৃত্যানুষ্ঠানৰ অনুকৰণত ন-ৰূপত গঢ়ি উঠা বুলিলেও স্বীকাৰ কৰিব লাগিব যে অসমীয়া নাট্যাভিনয় শঙ্কৰদেৱ প্ৰমুখ্যে বৈষ্ণৱ সন্তসকলৰ অভিনৱ দান। অসমীয়া নাট্যাভিনয় তথা মঞ্চৰ ইতিহাসৰ অধ্যয়নত স্পষ্টভাৱে ওলাই পৰে যে বৈষ্ণৱ প্ৰৱৰ্তিত ভাওনা অভিনয়েই অসমীয়া মঞ্চৰ দৃঢ় আধাৰশিলা স্বৰূপ।

অসমীয়া নৱ বৈষ্ণৱ আন্দোলনৰ সফলতাৰ গুৰিতে সেই ভাৱাপন্ন সাহিত্যৰাজি। এই যুগৰ সমগ্ৰ সাহিত্যসমূহক তাৰ লক্ষণ-ধাৰণলৈ লক্ষ্য ৰাখি দুটা বিশিষ্ট ধাৰাত ভগাব পাৰি :

(ক) পদ্য প্ৰধান : কাব্য আৰু নাট্য

(খ) গদ্য প্ৰধান : কথা আৰু চৰিত

প্ৰথম ধাৰাটোৰ প্ৰতিভাশীল তথা যুগপ্ৰৱৰ্তক সাহিত্যিকজনাই হ'ল শ্ৰীমন্ত শঙ্কৰদেৱ। তেৰাৰ পিছতেই মাধৱদেৱ, অনন্ত কন্দলী, ৰাম সৰস্বতীৰ নাম বিশেষভাৱে উল্লেখযোগ্য। এওঁলোকৰ বাহিৰেও কংসাৰি কবি, ৰত্নাকৰ কন্দলী, সাৰ্বভৌম ভট্টাচাৰ্য, শ্ৰীধৰ কন্দলী আদি আন কেইগৰাকীমান বৈষ্ণৱ কবিৰ নাম লব পাৰি।

দ্বিতীয় ধাৰাটোৰ সৰ্বাগ্ৰণী সাহিত্যিকজনাই হ'ল অসমীয়া গদ্য সাহিত্যৰ জনক ৺বৈকুণ্ঠনাথ ভট্টদেৱ। এওঁৰ পিছতেই এই যুগৰ উল্লেখযোগ্য সাহিত্যিক হ'ল গোপাল আতা, গোপাল মিশ্ৰ, ভাগৱত আচাৰ্য আৰু গোবিন্দ মিশ্ৰ। এওঁলোকৰ বাহিৰেও এই

কালছোৱাৰ ভিতৰত আন কেবাজনো সাহিত্যিকে মহাভাৰত, ৰামায়ণ, পুৰাণ আদিৰ নানা কাহিনী-আখ্যানৰ আলম লৈ ভিন্ন ৰুচিৰ পুথি প্ৰণয়ন কৰিবলৈ প্ৰয়াস পাইছিল।

বৈষ্ণৱ সাহিত্যৰ প্ৰথম ধাৰাটোৰ আন এটা উল্লেখযোগ্য দান হ'ল অসমীয়া ব্ৰজবুলীৰ সৃষ্টি। আনহাতে, দ্বিতীয় ধাৰাটোৰ সেই একে মৰ্যাদাৰ দান হ'ল ভকতীয়া ভাষাত কথ্য-ৰীতিত প্ৰণীত চৰিত পুথি। ব্ৰজবুলীয়ে অসমীয়া বৈষ্ণৱ কবিৰ আধ্যাত্মিক আদৰ্শৰ লগতে কৃষ্ণ -মহিমা ধৰি ৰাখিছে। আকৌ, চৰিত পুথিয়ে ধৰি ৰাখিছে সেই আধ্যাত্মিক আদৰ্শৰ অনুকৰণ কৰি ধৰ্ম প্ৰচাৰত জীৱনপাত কৰা বৈষ্ণৱ গুৰু তথা সন্ত-মহন্তৰ জীৱনৰ কাৰ্যকলাপ। অসমীয়া বৈষ্ণৱ সাহিত্যই উক্ত দুটা ধাৰাত বিকাশ লাভ কৰি প্ৰায় আঢ়ৈ শ বছৰকাল ব্যাপি অসমীয়া সাহিত্য-ভঁৰাল সমৃদ্ধ কৰি আহিছে। পৰৱৰ্তী দুটা অধ্যায়ত সেই বিকাশ ধাৰাৰেই চমু পৰিচয় দাঙি ধৰা হ'ল।

## বৈষ্ণৱ সাহিত্য ঃ কাব্য-নাট্য আৰু ব্ৰজবুলি

### শঙ্কৰদেৱ ঃ

শ্ৰীমন্ত শঙ্কৰদেৱ এই যুগৰ প্ৰৱৰ্তক। নগাঁৱৰ বৰদোৱাত ১৪৪৯ খ্ৰীষ্টাব্দত এওঁৰ জন্ম। মাক ঢুকুৱাৰ পিছত সৰুতেই এওঁৰ বাপেক কুসুম্বৰ ভূঞাৰো মৃত্যু হয়। বুঢ়ীমাক খেৰসুতীৰ তত্ত্বাৱধানতহে শঙ্কৰদেৱ ডাঙৰ হয়। মহেন্দ্ৰ কন্দলীৰ টোলত এওঁ শিক্ষা লাভ কৰে আৰু উপযুক্ত বয়সত সূৰ্যৱতীক বিয়া কৰায়। পিছে, এজনী ছোৱালী জন্ম দি সূৰ্যৱতীও অকালতে চকু মুদিলে। তাৰ পিছৰেপৰা শঙ্কৰদেৱৰ মনলৈ আহে বৈৰাগ্যভাৱৰ মাদকতা আৰু তীৰ্থ ভ্ৰমণ কৰোঁ বুলি গৈ বাৰ বছৰ কাল অতিবাহিত কৰে। এই বাৰ বছৰ কাল পদব্ৰজে কেৱল যে তীৰ্থক্ষেত্ৰসমূহেই পৰিভ্ৰমণ কৰিছিল এনে নহয়, ভাৰতৰ নানা ঠাইৰ মাজেদি যাওঁতে নানা পণ্ডিত-সজ্জনৰ লগত সাক্ষাৎ-আলোচনা কৰি বহু কথা শিকাৰ সুযোগ পাইছিল ; ফলত এই কালছোৱাতে প্ৰচুৰ সম্ভাৱনাপূৰ্ণ ভবিষ্যতৰ বহু কথাৰ অভিজ্ঞতা সঞ্চয়ৰ সুযোগ পাইছিল প্ৰতি পদে পদে। পণ্ডিত-সজ্জনৰ সংস্পৰ্শত ধৰ্মালোচনাৰ যোগেদি আহৰণ কৰিছিল শাস্ত্ৰাদিৰ তত্ত্ব। দৰাচলতে এই কালছোৱাতেই তেওঁৰ জীৱনত আধ্যাত্মিক ভাৱাধাৰাই গভীৰ চাপ পেলায়। তীৰ্থৰপৰা ঘূৰি আহি ভাগী-জ্ঞাতিৰ অনুৰোধ এৰাব নোৱাৰি দ্বিতীয়বাৰ তেওঁ বিয়া কৰায়। পিছে, বেছিদিন ঘৰ-সংসাৰ পাতি সুখত থাকিব নোৱাৰিলে। কছাৰী-আক্ৰমণত জুৰুলা হৈ ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰলৈ ভাগি আহে। এই সময়তে মাধৱদেৱৰ লগত সাক্ষাত হয় ; কিন্তু আহোম ৰজাৰ ক্ৰূৰ-দৃষ্টিত পৰি ভটিয়াই আহি বৰপেটাৰ পাটবাউসীত থাকিবলৈ ললে। তাতো শান্তিত নিৰাপদে থাকিব নোৱাৰিলে যদিও নৰ-

নাৰায়ণৰ বোষত পৰা নাছিল। শেষলৈ তেওঁ ৰজাৰ প্ৰিয়ভাজনহে হব পাৰিছিল আৰু একানপতীয়াকৈ ধৰ্ম চৰ্চা আৰু সাহিত্য সাধনাত লাগি থাকিব পাৰিছিল। ইয়াতে ১৫৬৮ চনত ছকুৰি বছৰ বয়সত তেওঁৰ জীৱনলীলাৰ অন্ত পৰে।

শঙ্কৰদেৱৰ বিপুল সাহিত্যৰাজি মূলতে পদ্যপ্ৰধান অৰ্থাৎ কবিতাময়। সাহিত্যৰ বুৰঞ্জী প্ৰণেতাসকলে এওঁৰ ৰচনাৰাজি নানাভাৱে ভগাই লৈ আলোচনা কৰিছে। আচলতে শঙ্কৰদেৱৰ সাহিত্যৰাজি ত্ৰিধাৰাৰ মিলনক্ষেত্ৰ ঃ সেই ত্ৰিধাৰাই হ'ল কাব্য, নাট আৰু গীত।

শঙ্কৰদেৱৰ কাব্যৰাজি বিষয়বস্তুৰ ফালৰপৰা তিনি প্ৰকাৰৰ ঃ আখ্যানমূলক, অনুবাদমূলক আৰু ভক্তিৰ গূঢ়াৰ্থব্যঞ্জক। আখ্যান-মূলক কাব্যবিলাকৰ ভিতৰত পৰে—"হৰিশ্চন্দ্ৰ উপাখ্যান", "গজেন্দ্ৰ উপাখ্যান", "অজামিল উপাখ্যান", "ৰুক্মিণীহৰণ কাব্য","বলিছলন", "অমৃত মথন" আৰু "কুৰুক্ষেত্ৰ"। বিষ্ণুৰ শ্ৰেষ্ঠত্ব দেখুৱা তেওঁৰ প্ৰথম পুথি হৰিশ্চন্দ্ৰ উপাখ্যানৰ মূল বিষয়বস্তু লোৱা হৈছে মাৰ্কণ্ডেয় পুৰাণৰপৰা। বাকী আটাইকেইখন পুথিৰ মূল বিষয়বস্তু ভাগৱতৰ বিভিন্ন স্কন্ধৰপৰা লোৱা হৈছে। কাব্যিক সৌন্দৰ্য, ৰস-সৃষ্টি, বৰ্ণনা তথা উপমা প্ৰয়োগ, পৰিবেশ সৃষ্টি আদি কেউফালৰপৰা ৰুক্মিণীহৰণ কাব্যত কবিৰ মৌলিক প্ৰতিভাৰ পৰিচয় পোৱা যায়। এই আটাইকেখন পুথিৰ মাজেদি অসমীয়া সমাজৰ পৰিপন্থী পৰিবেশ সৃষ্টিৰদ্বাৰা এনেভাৱে কাহিনীবোৰ বৰ্ণনা কৰা হৈছে যাতে তাৰ জৰিয়তে সহজ-সৰল জীৱন বিলাসী সৰ্বসাধাৰণ অসমীয়া ৰাইজে ঈশ্বৰ চিন্তাৰ প্ৰেৰণা পায়, ভক্তিবাদৰ সুগন্ধ বিৰাজিত একদেৱ বিষ্ণুময় ভাৱসমুদ্ৰত অৱগাহন কৰিব পাৰে।

"কীৰ্তন" পুথিও এই শ্ৰেণীৰ কাব্য। ইয়াত সাতাইশটা স্বয়ং সম্পূৰ্ণ খণ্ড বা আখ্যান সন্নিবিষ্ট হৈছে। নাম-প্ৰসঙ্গৰ সুবিধাৰ বাবে এই পুথি ৰচিত হৈছিল। কীৰ্তন পুথি নিঃসন্দেহে শঙ্কৰদেৱৰ



সাহিত্যৰাজিৰ মাজত কীৰ্তিস্তম্ভ স্বৰূপ। এই পুথিৰ জনপ্ৰিয়তাৰ কথা দোহাৰিবৰ আৱশ্যক নকৰে। কম কথাৰ মাজেদি পাঠক বা শ্ৰোতাৰ মনত ৰেখাপাত কৰিব পৰাকৈ ৰচনা কৰা হৈছে প্ৰতিটো আখ্যান। পিছে, মহাপুৰুষৰ তিৰোধানৰ পিছতহে তেৰাৰ এই আখ্যানসমূহ একেলগে বৃহৎ পুথি আকাৰত সংগ্ৰহ কৰা হৈছে। এই সংগ্ৰহৰ কাম কৰে ৰামচৰণ ঠাকুৰে। কেইটামান আখ্যান বাদ দিলে কীৰ্তনৰ মূলভেটি ভাগৱত পুৰাণ বুলি কব পাৰি।

শঙ্কৰদেৱৰ অনুবাদমূলক কাব্যসমূহৰ ভিতৰত পৰে "উত্তৰাকাণ্ড ৰামায়ণ", "প্ৰথম-দ্বিতীয়-তৃতীয়-সপ্তম-অষ্টম-নৱম-দশম আৰু দ্বাদশ স্কন্ধ ভাগৱত"। পিছে, তেওঁৰ আদি দশম অধিক জনপ্ৰিয়। ইয়াত মূল ভাগৱতৰ প্ৰথমৰ ৪৯টা অধ্যায়ৰ ভাঙনি সন্নিবিষ্ট হৈছে। কবিয়ে আক্ষৰিক অনুবাদতকৈ অসমীয়া পাঠকৰ ৰসবোধ আৰু হৃদয়ঙ্গম কৰিব পৰালৈহে বেছি লক্ষ্য ৰাখিছে। সেয়ে গধুৰ দাৰ্শনিক তত্ত্বপূৰ্ণ হোৱা সত্ত্বেও কবিৰ সৰস বৰ্ণনাত সি সহজে সৰল পাঠকৰ মন চুই যাব পৰা বিধৰ হৈছে। এওঁৰ ৰামায়ণৰ অনুবাদ মাধৱ কন্দলী ৰামায়ণৰ লগত সন্নিবিষ্ট হৈছে। "গুণমালা" কুসুমমালা ছন্দত ৰচিত ঈশ্বৰৰ লীলা বা মাহাত্ম্য প্ৰকাশক এখনি ক্ষুদ্ৰ পুথি। ভাগৱত পুৰাণৰ সাৰমৰ্মৰ ওপৰত এই পুথি প্ৰতিষ্ঠিত।

শঙ্কৰদেৱৰ তৃতীয় শ্ৰেণীৰ কাব্যখিনিৰ ভিতৰত পৰে "ভক্তি-প্ৰদীপ", "ভক্তি ৰত্নাকৰ" আৰু "নিমি নৰসিদ্ধ সংবাদ"। ইয়াৰে দ্বিতীয়খন পুথি সংস্কৃত ভাষাত ৰচিত। তিনিওখন পুথিৰ লক্ষ্য একেটা ঃ গধুৰ দাৰ্শনিক ভক্তিবাদৰ কথাৰ সৰল প্ৰকাশ।

শঙ্কৰদেৱৰ নাটসমূহৰ ভিতৰত পৰে "পত্নী প্ৰসাদ", "কালি দমন", "কেলিগোপাল", "ৰুক্মিণীহৰণ", "পাৰিজাত হৰণ" আৰু "ৰামবিজয়"। নৃত্য-গীত আৰু অভিনয়ৰদ্বাৰা সৰ্বসাধাৰণৰ মাজত বিষ্ণু ভক্তিৰ বীজ ৰোপণ কৰি তাৰ শ্ৰীবৃদ্ধি কৰাই আছিল শঙ্কৰৰ নাট-সৃষ্টি তথা ভাওনাৰ লক্ষ্য। 'চিহ্নযাত্ৰা'ৰ সাত দিন সাত ৰাতি

জুৰি অনুষ্ঠিত হোৱা অভিনয়ৰ মূলতে আছিল সেই উদ্দেশ্য। অৱশ্যে তীৰ্থভ্ৰমণ তথা পদব্ৰজে ভাৰতবৰ্ষ ভ্ৰমণৰ সময় সঞ্চয় হোৱা অভিজ্ঞতাৰপৰা পোৱা প্ৰেৰণাও যে ইয়াৰ পিছত আছিল সেইটোৱো সঁচা। নাটবোৰত চাৰিটা অঙ্গ বা উপাদান সন্নিবিষ্ট হৈছে—শ্লোক, গীত, কথাসূত্ৰ আৰু সংলাপ। শ্লোকত কোৱা কথাকেই আন তিনিওটা উপায়েৰে বহলাই কোৱা হয়। নাট-সমূহত গীতৰ প্ৰাধান্যই অধিক। নাটকীয় ঘটনা, পৰিবেশ সৃষ্টি আদি কেউপিনৰপৰা পাৰিজাত হৰণ শঙ্কৰদেৱৰ সৰ্বশ্ৰেষ্ঠ নাট।

শঙ্কৰদেৱৰ নাটৰ আন এটা মন কৰিব লগীয়া কথা হ'ল গদ্যৰ প্ৰয়োগ। পিছে, এয়া আচলতে কৃত্ৰিম গদ্য ৰীতি; ভাষাও ব্ৰজবুলি। ব্ৰজবুলি আৰু অসমীয়া একে ভাষা নহয়। এই গদ্যক ব্ৰজবুলিত ৰচিত ছন্দোময় কাব্যৰীতিৰে এটি ৰূপান্তৰ বোলাহে উচিত।

শঙ্কৰদেৱৰ গীতসমূহক পৰৱৰ্তী ভক্তসকলে বৰগীত ৰূপে অভিহিত কৰিছে। বৰগীতসমূহ সমসাময়িক আনবোৰ গীততকৈ নানা বিষয়ত পৃথক। বিষয়বস্তু, ৰচনাভঙ্গী, শাস্ত্ৰীয় সুৰৰ সমাবেশ আৰু কল্পনাৰ গাম্ভীৰ্যৰ কাৰণেই এই গীতৰাজিক ডক্টৰ বাণীকান্ত কাকতিয়ে noble numbers বুলিবলৈ প্ৰয়াস পাইছে। শঙ্কৰদেৱৰ গীতসমূহৰ বিষয়বস্তু পাৰমাৰ্থিক তত্ত্ব, সংসাৰৰ প্ৰতি বিৰক্তি তথা বৈৰাগ্য প্ৰকাশ। আধ্যাত্মিক ভাৱৰ প্ৰাধান্য আৰু প্ৰকাশত সংযমশীলতা এওঁৰ বৰগীতৰ বিশেষত্ব। অঙ্কীয়া নাটৰ অন্তৰ্ভুক্ত গীত, চপয়, ভটিমা আদি বৰগীতৰ সমপৰ্যায়ৰ দৃষ্টি। এই আটাইবোৰতে প্ৰতিভাত হৈছে ঈশ্বৰ বস্তুৰ মহিমা আৰু ভক্তিৰ গাঢ়তা। এওঁৰ গীতসমূহ কমলা গায়নৰ ঘৰত জুয়ে পোৱাৰ পিছত আৰু গীত ৰচনা কৰা নাছিল। মাধৱদেৱৰ চেষ্টাতে সম্ভৱতঃ তেওঁৰ দেৰকুৰিটামান গীত সংৰক্ষিত হৈছে।

শঙ্কৰদেৱৰ এই নাট আৰু গীতসমূহৰ ভাষা আচলতে অসমীয়া নহয় ব্ৰজবুলিহে। ব্ৰজবুলি ভাৰতৰ পূৰ্বপ্ৰান্তীয় বৈষ্ণৱ কবিসকলৰ কৃত্ৰিমতাপূৰ্ণ এটা সাহিত্যিক ভাষা। অসমীয়া আৰু মৈথিলী-ভাষাৰ সংমিশ্ৰণত কৃত্ৰিম ৰূপ লোৱা ভাষাটোৱেই হ'ল ব্ৰজবুলি। বঙ্গদেশ আৰু উৰিষ্যাতো তেনেকৈ ব্ৰজবুলি ভাষাৰ সৃষ্টি হৈছে। ব্ৰজবুলি কোনো অঞ্চল বিশেষত প্ৰচলিত ভাষাৰ সাহিত্যিক ৰূপ নহয়, মৈথিলী তথা অবহট্‌ঠ ভাষাৰ অৰ্বাচীন কথ্যৰূপৰ লগত অসমীয়া, বঙালী আদি অকৃত্ৰিম কথ্য ভাষা লগ কৰি সানিপুতকি জিভাৰ তথা মনৰ জুতি লগাকৈ আন্তৰিক প্ৰীতিৰে আগ বঢ়াই দিয়া বৈষ্ণৱ কবিৰ অভিনৱ সৃষ্টি এই ব্ৰজবুলি। সেইকাৰণেই অসমীয়া বৈষ্ণৱ কবিৰ বৰগীত আৰু নাটৰ বাহিৰে আন কোনো ৰচনাতে ব্ৰজবুলিৰ স্থান পোৱা নাই। ব্ৰজবুলিৰ সৃষ্টিত অসমীয়া বৈষ্ণৱ কবি বিদ্যাপতিৰ গীতৰদ্বাৰা অনুপ্ৰাণিত হোৱা বুলি ভাবিবৰো যুক্তি আছে।

## মাধৱদেৱ ঃ

ছোট আতা মাধৱদেৱ আছিল শঙ্কৰ গুৰুৰ সোঁহাত স্বৰূপ আৰু দুঃখ-সুখৰ প্ৰধান সঙ্গী। এওঁ উত্তৰ লক্ষীমপুৰৰ নাৰায়ণপুৰৰ জনৈক গোবিন্দগিৰি নামৰ অভাৱগ্ৰস্ত কৃষক সন্তান। দাৰিদ্ৰ্য আৰু অভাৱ-অভিযোগৰ মাজত ল'ৰাকালটো কটায় আৰু বাণ্ডুকাত ৰাজেন্দ্ৰ অধ্যাপকৰ টোলত পঢ়া-শুনা কৰে। বাপেকৰ মৃত্যুৰ পিছত তেওঁ ভনীয়েকৰ ঘৰলৈ যায়। তাতে বলিৰ পঠা বিচাৰোঁতে ভনী-জোঁৱায়েক ৰামদাসৰ চেষ্টাত শঙ্কৰদেৱৰ লগত তেওঁৰ সাক্ষাৎ হয় আৰু শেষত শঙ্কৰ গুৰুৰ ওচৰতে তেওঁ দীক্ষা লয়। আনকি বিয়া কৰাবলৈ জোৰণ পিন্ধোৱা ছোৱালীকো তেওঁ গুৰু সেৱাত ব্যাঘাত জন্মাৰ ভয়ত পৰিত্যাগ কৰিছিল। গুৰুৰ লগত তেওঁ নানা ঠাইত আশ্ৰয় লৈ ঘূৰি ফুৰিছিল। দ্বিতীয়বাৰ শঙ্কৰদেৱৰ তীৰ্থ ভ্ৰমণত মাধৱদেৱেও পদব্ৰজে তীৰ্থ ভ্ৰমণৰ লগতে ভাৰত ভ্ৰমণ

কৰাৰ সুযোগ পাইছিল। শেষ বয়সত তেওঁ সুন্দৰীদিয়াত সত্ৰ পাতি থাকিবলৈ লয় আৰু সেই সময়তে বৰপেটা সত্ৰ স্থাপন কৰে। মাধৱদেৱৰ শেষ আশ্ৰয়স্থান আছিল কোচবিহাৰৰ ভেলা মধুপুৰ সত্ৰ। তাতেই এশ সাত বছৰ বয়সত মাধৱদেৱে শেষ নিশ্বাস পেলায়।

মাধৱদেৱৰ সাহিত্যৰাজিও গুৰুজনাৰ দৰে মূলতঃ তিনি প্ৰকাৰ : কাব্য, গীত আৰু নাট। কাব্যসমূহ ঘাইকৈ অনুবাদমূলক। "আদিকাণ্ড ৰামায়ণ", "ৰাজসূয় কাব্য", "ভক্তিৰত্নাৱলী", "নাম-মালিকা" আৰু "নামঘোষা" এই শ্ৰেণীৰ পুথি। গুৰুৰ আদেশ শিৰোগত কৰি মাধৱকন্দলী ৰামায়ণৰ 'আদিকাণ্ড' উদ্ধাৰ কৰিবলৈ গৈ মাধৱদেৱে বাল্মীকি ৰামায়ণৰ আদিকাণ্ডৰ অনুবাদ কৰে। পিছে, মাধৱদেৱৰ অনুবাদক বাল্মীকিৰ আদিকাণ্ড ৰামায়ণৰ সংক্ষিপ্ত অনুবাদ বোলাহে যুগুত। বৰ্ণনাৰ ৰসানুভূতি, উপমা প্ৰয়োগ আদি কথাই কবিৰ সাৰ্থক অনুবাদ তথা মৌলিক প্ৰতিভাৰ চিনাকি দিয়ে। ৰাজসূয় কাব্য ভাগৱত দশম স্কন্ধৰ ৭০-৭৫ অধ্যায়ৰ অনুবাদ যদিও তাত মহাভাৰতৰ সভাপৰ্বৰ কথাও সোমাই নপৰা নহয়। ভক্তিৰত্নাৱলী বিষ্ণুপুৰী সন্ন্যাসীৰ সেই নামৰ সংস্কৃত পুথিৰ অসমীয়া অনুবাদ। নাম-মালিকা পুৰুষোত্তম গজপতিৰ বিষ্ণুভক্তিমূলক সংস্কৃত পুথিৰ অসমীয়া প্ৰতিৰূপ। নামঘোষা অনুবাদমূলক কাব্য সঁচা ; কিন্তু ইয়াৰ মাজেদি পোৱা যায় মাধৱ-দেৱৰ আধ্যাত্মিক জীৱনৰ পূৰ্ণ অভিজ্ঞতাৰ সাৰ্থক ছবি। গঙ্গা-যমুনা-সৰস্বতীৰ সঙ্গমতীৰ্থ প্ৰয়াগৰ দৰে যেন নামঘোষা 'শঙ্কৰ স্মৃতি, মাধৱদেৱৰ আত্মলঘিমা আৰু কৃষ্ণভক্তিৰ মাহাত্ম্য'ৰ পুণ্য স্তম্ভ। তাৰ আশ্ৰয়ত যেন পাপ-তাপ-জৰাগ্ৰস্ত মনুষ্যৰ ঈশ্বৰত্ব লাভ হয়। এই ঘোষাৰ প্ৰায় ছয় শ মান ঘোষাই পুৰাণৰ ভক্তি-প্ৰধান শ্লোকৰ অনুবাদ, বাকী চাৰি শ মান ঘোষা মাধৱদেৱৰ নিজস্ব সৃষ্টি। ঘোষাৰাজিৰ মাজেদি প্ৰকাশিত হৈছে নামধৰ্মৰ বিশেষত্ব,



ঐকান্তিক ভক্তিভাৱ আৰু বিষ্ণুনামৰ মাহাত্ম্য। কীৰ্তন পুথিৰ দৰে নামঘোষাও অসমীয়াৰ ঘৰে ঘৰে ৰখা অতি জনপ্ৰিয় পুথি।

মাধৱদেৱৰ বৰগীতসমূহ অতি অপূৰ্ব সৃষ্টি। শঙ্কৰদেৱৰ বৰগীত সমূহ জুয়ে পোৰাত তেৰাৰ আদেশক্ৰমে মাধৱদেৱে বৰগীত ন-কৈ ৰচনা কৰিবলৈ লয়। এওঁৰ গীতৰ সংখ্যা এশ একানব্বৈটা। এওঁৰ গীতৰাজি বাৎসল্যভাৱ প্ৰধান ; শ্ৰীকৃষ্ণৰ বাল্যকালৰ নানা কাৰ্য তথা শিশুচৰিত্ৰ সৰ্বস্ব। অধিক সংখ্যক গীততেই শিশু কৃষ্ণৰ নানা চল-চাতুৰি তথা লীলা-খেলা নানাভাৱে ৰূপায়িত হৈছে। গুৰুজনাৰ ত্ৰিশটামান গীত সম্ভৱতঃ এৱেঁই উদ্ধাৰ কৰে।

মাধৱদেৱৰ নাটসমূহৰ ভিতৰত পৰে "চোৰধৰা", "পিম্পৰা গুচোৱা", "অৰ্জুন ভঞ্জন", "ভূমিলেটোৱা", "ভোজনবিহাৰ" আৰু "দধিমথন নাট"। দধিমথনৰ বাহিৰে আন আটাইকেইখন নাটতে কৃষ্ণৰ শিশুসুলভ দুষ্টালি, ঠেহ্‌পেচ্ আদি নানা চাতুৰিয়ে স্থান পাইছে। প্ৰতিখন নাট শিশু কৃষ্ণৰ একো একোটা ঘটনাৰ কেন্দ্ৰত ৰচিত ; সেয়ে প্ৰতিখন নাট পৰিস্থিতিমূলক। প্ৰতিখনৰে উদ্দেশ্য কৃষ্ণ-চৰিত্ৰ প্ৰকাশ। একেসময়তে মানৱ-শিশুৰূপী কৃষ্ণৰ শিশুসুলভ কাৰ্যকলাপ আৰু ঈশ্বৰৰ অলৌকিকতা প্ৰকাশ। এই দুটা আদৰ্শৰ অপূৰ্ব সমাবেশ মাধৱদেৱৰ নাটৰাজি। অৰ্জুন ভঞ্জনৰ বিষয়বস্তু ভাগৱত পুৰাণৰপৰা লোৱা হৈছে আৰু আন কেইখন নাটৰ তুলনাত এইখনৰ পৰিসৰ কিছু বহল। সেইবাবেই এইখনৰ বাহিৰে আন কেইখন নাটক ঝুমুৰা বোলা হয়। ঝুমুৰা বোলাৰ কাৰণ হ'ল প্ৰতিখন নাট ক্ষুদ্ৰ ঘটনাৰ সহায়ত ঠেক পৰিসৰত ৰচিত। আধুনিক একাঙ্কিকাৰ লগত ঝুমুৰাৰ সাদৃশ্য মন কৰিব লগীয়া। মাধৱদেৱৰ বৰগীত আৰু নাটৰ ভাষাও শঙ্কৰ-দেৱৰ দৰে ব্ৰজবুলি।

## অনন্ত কন্দলী ঃ

অনন্ত কন্দলী কামৰূপ জিলাৰ হাজোৰ লোক। এওঁৰ বাপেক হাজোৰ মাধৱ দেৱালয়ৰ পাঠক আছিল। পাণ্ডিত্যৰ গুণত এওঁ শ্ৰীচন্দ্ৰ ভাৰতী, ভাগৱতাচাৰ্য আদি নানা উপাধিৰে ভূষিত হৈছিল। কামৰূপত থকা কালতে সম্ভৱতঃ তেওঁ মহাপুৰুষ শঙ্কৰদেৱৰ আজ্ঞা পাইছিল বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিবলৈ। এওঁৰ বিভিন্ন ৰচনাৰাজিৰ ভিতৰত আদি-উত্তৰাকাণ্ড বাদ দি মাজৰ পাঁচ কাণ্ডৰ 'ৰামায়ণ', "কুমাৰ হৰণ কাব্য", ভাগৱত ষষ্ঠ স্কন্ধৰ অন্তৰ্গত "বৃত্ৰাসুৰ বধ", মধ্য আৰু শেষ দশম,"মহীৰাৱণ বধ কাব্য" আৰু "সীতাৰ পাতাল প্ৰবেশ নাট" বিশেষ উল্লেখযোগ্য। এওঁ ৰামায়ণ প্ৰণয়ন কৰিছিল ভক্তিবাদৰ প্ৰাধান্য দেখুৱাবলৈ। 'ভাগৱত চৰ্চা' কৰি ৰামক 'সাক্ষাতে পৰম ব্ৰহ্ম' ৰূপে হৃদয়ত স্থান দি ৰামায়ণ ৰচনা কৰিবলৈ প্ৰয়াস পাইছিল। একেষাৰ কথাত অনন্ত কন্দলীৰ ৰামায়ণক পূৰ্ব কবি মাধৱ কন্দলীৰ ৰামায়ণৰ বৈষ্ণৱ সংস্কৰণ আখ্যা দিব পাৰি।

## ৰাম সৰস্বতী ঃ

ৰাম সৰস্বতী এই যুগৰ কবিসকলৰ ভিতৰত সৰ্বাধিক পদকৰ্তা। এওঁৰ সমগ্ৰ ৰচনা মহাভাৰতৰ আখ্যান-কাহিনী আৰু তাৰ কেইটামান পৰ্বৰ অনুবাদৰদ্বাৰা সমৃদ্ধ। এৰেঁা কামৰূপীয়া; অনিৰুদ্ধ আচল নাম, ৰাম সৰস্বতী কোচৰাজ নৰনাৰায়ণে দিয়া উপাধিহে।

এওঁৰ ৰচনাৰাজিৰ ভিতৰত মহাভাৰতৰ কেটামান পৰ্বৰ কথা উল্লেখ কৰিব পাৰি। তাৰ ভিতৰত আদি পৰ্ব, বন পৰ্ব, উদ্যোগ পৰ্ব, কৰ্ণ পৰ্ব, গদা পৰ্ব আৰু শান্তি পৰ্বৰ সম্পূৰ্ণ অনুবাদ, বিৰাট পৰ্ব আৰু ভীষ্ম পৰ্বৰ আংশিক অনুবাদ লেখত লব লগীয়া। তদুপৰি পুতেকৰ সহায়ত সভা পৰ্ব আৰু দ্ৰোণ পৰ্বও তেওঁ অনুবাদ কৰাৰ প্ৰমাণ আছে।



অসমীয়া বধকাব্য ৰাম সৰস্বতীৰ অপূৰ্ব সৃষ্টি। ইহঁতৰ প্ৰতিখনকে একোখন ৰূপক কাব্য বুলিব পাৰি। মহাভাৰতৰ আখ্যানৰ অৱলম্বনত ৰচিত এই শ্ৰেণীৰ কাব্যসমূহৰ ভিতৰত বিজয় পৰ্ব, মনিচন্দ্ৰঘোষ পৰ্ব, পুষ্পহৰণ পৰ্ব, কালকুঞ্জ শোষক বধ, ভীম চৰিত, বঘাসুৰ বধ, কুলাচল বধ, জঙ্ঘাসুৰ বধ, ভোজকট বধ, জটাসুৰ বধ, পাঞ্চালী বিবাহ, সিন্ধুৰা পৰ্ব, ব্যাসাশ্ৰম, অশ্বকৰ্ণৰ যুদ্ধ, খটাসুৰ বধ, ব্যঞ্জন পৰ্ব আদি প্ৰধান। এওঁৰ পুথিৰ বিশেষত্ব সৰ্বসাধাৰণৰ সহজবোধ্য ৰসাত্মক সৰল বৰ্ণনা। তদুপৰি শ্ৰীকৃষ্ণৰ সহায় বিনে যেন বিপদ-বিঘিনিৰ হাত সাৰিব নোৱাৰি, যি কোনো ক্ষেত্ৰতে বিপদবিনাশক শ্ৰীকৃষ্ণৰ কৰুণা পালে জয়লাভ কৰিব পাৰি। সাহিত্যিক প্ৰতিভাৰ ফালৰপৰা ৰাম সৰস্বতীক শঙ্কৰ-মাধৱৰ ঠিক পাছতেই স্থান দিব পাৰি।

এই কালৰ আন কেজনমান কবিও মহাভাৰতৰ বিষয়বস্তুৰ সহায়ত পুথি ৰচনা কৰিবলৈ প্ৰয়াস পাইছিল। "কিৰাট পৰ্ব" আৰু "বিৰাট পৰ্ব"ৰ ৰচয়িতা কংসাৰি কবি, "ক্ষুদ্ৰস্বৰ্গ খণ্ড"-"বৃহৎ-স্বৰ্গখণ্ড"ৰ পদকৰ্তা **সাৰ্বভৌম ভট্টাচাৰ্য** আৰু "কাণখোৱা", "ঘুনুচাকীৰ্তন" প্ৰণেতা **শ্ৰীধৰ কন্দলী** এই শ্ৰেণীৰ উল্লেখযোগ্য কবি। কাণখোৱা নিচুকণি গীতৰ অনুকৰণত ৰচিত ঈশ্বৰৰ নানা অৱতাৰ তথা লীলা মাহাত্ম্য প্ৰকাশক সৰস বৰ্ণনা প্ৰধান সৰল পুথি। ঘুনুচা কীৰ্তন আন এখনি আমোদপূৰ্ণ সৰস বৰ্ণনাৰ মনোগ্ৰাহী পুথি।

বৈষ্ণৱ যুগৰ এই শাখাটোৰ ব্যাপক নুবুলি প্ৰায় সৰ্বক্ষেত্ৰ শঙ্কৰ-মাধৱ-অনন্ত কন্দলী আৰু ৰাম সৰস্বতীয়ে অধিকাৰ কৰি থকা বুলিয়েই কব পাৰি।

# বৈষ্ণৱ সাহিত্য ঃ গদ্য আৰু কাব্য

বৈষ্ণৱ সাহিত্যৰ দ্বিতীয় স্তৰৰ সাহিত্যৰ বিকাশৰ ধাৰা যাইকৈ দুটা ঃ গদ্য আৰু কাব্য। গদ্য আৰু চৰিত পুথি এই কালছোৱাৰ নতুন অৱদান।

## গদ্য

গদ্য বোলোঁতে আমি দুই প্ৰকাৰ গদ্যৰ নিদৰ্শন পাওঁ ঃ ধৰ্মমূলক পুথিৰ গদ্য আৰু অনাধৰ্মীয় অৰ্থাৎ বুৰঞ্জীৰ গদ্য। প্ৰথমবিধ গদ্যৰীতি বহু পৰিমাণে কৃত্ৰিম। আনহাতে দ্বিতীয়বিধ গদ্যৰীতি বহুলাংশে অকৃত্ৰিম অৰ্থাৎ কথ্যৰীতিৰ ৰুচিসম্মত মাৰ্জিত ৰূপ।

### ভট্টদেৱ ঃ

ভট্টদেৱ এই কালৰ সৰ্বাগ্ৰণী আৰু প্ৰতিভাশালী লিখক। এওঁৰ আচল নাম বৈকুণ্ঠনাথ ভাগৱত আচাৰ্য। এৱেঁই অসমীয়া গদ্যৰ জন্মদাতা। উত্তৰ ভাৰতৰ আধুনিক আৰ্যভাষাৰ কোনোটোতেই ভট্টদেৱৰ আগত কিয় সম-সাময়িক কালতো গদ্য-সাহিত্য সৃষ্টি হোৱা নাছিল। কাব্য প্ৰধান কালত গদ্যৰীতিত ধৰ্মমূলক পুথি প্ৰণয়ন কৰা কথাই ভট্টদেৱৰ পাণ্ডিত্য আৰু সৃজনী প্ৰতিভাৰ পৰিচয় দিয়ে। কামৰূপৰ ভেৰাগ্ৰাম নিবাসী চন্দ্ৰভাৰতী আছিল এওঁৰ পিতাক। ভট্টদেৱে মহাপুৰুষ দামোদৰ দেৱৰ ওচৰত দীক্ষা লৈছিল আৰু গুৰুৰ আদেশক্ৰমেই সৰ্বসাধাৰণৰ সহজবোধ্য কৰি ভাগৱত কথাত ৰচনা কৰিবলৈ প্ৰয়াস পাইছিল। পুথি লিখা, ধৰ্ম প্ৰচাৰ কৰা আদি কামৰ উপৰিও তেওঁ পাটবাউসীত থকা কালত কেবা শ ছাত্ৰক পঢ়ুৱাইছিল। এওঁৰ আন এখনি লেখত লব লগীয়া সত্ৰ হ'ল ব্যাসকুচি। ভট্টদেৱৰ শ্ৰেষ্ঠ পুথিৰাজি হ'ল "কথা ভাগৱত", "কথা



গীতা", "প্ৰসঙ্গমালা", "গুৰুবংশাৱলী" আৰু "ভক্তিবিবেক"। ইয়াৰ বাহিৰেও তেওঁৰ নামত "কথা ৰত্নাৱলী" আৰু ভক্তিসাৰ" আন দুখনি পুথিৰ সন্তেদ পোৱা গৈছে।

ভট্টদেৱৰ গদ্য কথ্য ভাষাৰ অনুৰূপ নহয়, কাব্যত প্ৰয়োগ কৰা গম্ভীৰ ভাষাকেই গদ্যৰূপ দিছে। তদুপৰি ব্যাকৰণ-ৰীতিও কাব্যৰ অনুৰূপ। বাক্যবোৰ দীঘলীয়া নহয়, কিন্তু তৎসম শব্দৰ অধিক প্ৰয়োগত ভাষা সংস্কৃতীয়া হৈ পৰিছে। সেয়ে সন্ধি-সমাসৰ প্ৰয়োগ অধিক। গদ্যৰীতিত ধৰ্ম পুথি ৰচনা কৰি ভট্টদেৱে সাহিত্যৰ বুৰঞ্জীত এটি নতুন আদৰ্শ ৰাখি গৈছে।

এই কালছোৱাত ৰচিত দ্বিতীয় বিধ গদ্যৰ নিদৰ্শন হ'ল বুৰঞ্জী সমূহ। অসম বুৰঞ্জীৰ ৰচনাৰ সূত্ৰপাত হয় এই কালছোৱাতেই। ইয়াৰ আগতে বুৰঞ্জী ৰচিত হৈছিল যদিও আজিলৈকে তাৰ কোনো নিদৰ্শন পোৱা নাই। পণ্ডিত ৺হেমচন্দ্ৰ গোস্বামীৰদ্বাৰা প্ৰকাশিত "পুৰণি অসম বুৰঞ্জী"খনেই আজিলৈকে আটাইতকৈ প্ৰাচীন বুলি স্বীকৃত হৈ আহিছে। এইখনৰ ৰচনাকাল সপ্তদশ শতিকাৰ শেষ দশক। অসমীয়া বুৰঞ্জী কেৱল অসমৰেই নহয় ভাৰতীয় সাহিত্য আকাশৰে এটি দুৰ্লভ সম্পদ। আহোম বুঢ়াগোহাঞিৰ "বাঁহ গড়ীয়া বুৰঞ্জী", ডঃ সূৰ্যকুমাৰ ভূঞাৰদ্বাৰা সম্পাদিত "অসম বুৰঞ্জী", এই কালৰ লেখত লব লগীয়া বুৰঞ্জী সাহিত্যৰ নিদৰ্শন।

## কাব্য

এই কালছোৱাৰ কাব্য তথা পদ পুথিসমূহত নতুনত্ব বিশেষ নাই। পূৰ্ব যুগৰ বৈষ্ণৱ কবিৰ কাব্য-ৰীতিতে পদকৰ্তা সকলে পুথি ৰচনা কৰিছিল। চমুকথাত, কাব্য সৃষ্টিৰ ক্ষেত্ৰত এই কালছোৱাক পূৰ্বৱৰ্তী বৈষ্ণৱ সাহিত্যৰ বিস্তাৰ কাল বোলাহে যুগুত।

গোপাল আতা ঃ গোপাল আতা ভট্টদেৱৰ পৰৱৰ্তী কবি।

ডেকা বয়সত নিজৰ ঘৰ উজনিৰ গড়গাঁৱৰপৰা ভটিয়াই আহি বৰপেটাৰ ওচৰৰ ভৱানীপুৰত থাকিবলৈ লয় আৰু মাধৱদেৱৰ ওচৰত দীক্ষা লৈ ধৰ্ম প্ৰচাৰত মন দিয়ে। "উদ্ধৱযান", "জন্মযাত্ৰা" আৰু "নন্দোৎসৱ" এওঁ ৰচিত তিনিখন উল্লেখযোগ্য অঙ্কীয়া নাট। ইয়াৰ উপৰিও তেওঁ ভালেমান ঘোষা আৰু গীত ৰচনা কৰা বুলি কিম্বদন্তি আছে।

**গোপাল মিশ্ৰ:** নলবাৰীৰ ওচৰৰ খুদীয়া সত্ৰৰ প্ৰতিষ্ঠাতা গোপাল মিশ্ৰ আছিল দামোদৰদেৱৰ শিষ্য। তেওঁৰ নামত কেবাখনো কাব্য পুথি প্ৰণয়ন কৰাৰ উল্লেখ আছে সঁচা, কিন্তু একমাত্ৰ "ঘোষাৰত্ন"খনহে পোৱা গৈছে।

**ভাগৱত আচাৰ্য:** হৰিদেৱৰ শিষ্য ভাগৱত আচাৰ্যৰ নামত তিনিখন পুথি পোৱা যায়। "কথাসূত্ৰ", "সাত্বততন্ত্ৰ" আৰু "গীতাসাৰ" এই তিনিওখন তেওঁৰ পদত লিখা পুথি।

**গোবিন্দ মিশ্ৰ:** এওঁ কামৰূপৰ হালধিবাৰী সত্ৰৰ প্ৰতিষ্ঠাতা আৰু হৰিদেৱৰ শিষ্য। এৰেঁা ভট্টদেৱৰ সমসাময়িক। এওঁৰ "কৃষ্ণ-গীতা" সৰল অসমীয়াত সহজবোধ্য কৰি লিখা গীতাৰ সাৰগৰ্ভ পুথি।

**অনন্ত দাস:** অনন্ত দাস বৰপেটাৰ বাৰাদিৰ লোক। এওঁ নগাঁৱলৈ উজাই আহি মায়ঙৰ কালশিলাত সত্ৰ পাতি ধৰ্ম প্ৰচাৰৰ মন দিয়ে। সেই সময়তে প্ৰায় বাৰ শ মান পদৰ "শ্ৰীৰামকীৰ্তন" পুথিখন ৰচনা কৰে। এই যুগৰ এইখনেই এক-মাত্ৰ উল্লেখযোগ্য ৰামায়ণীয় সংস্কৰণ।

এই কালছোৱাত পুৰাণৰ বিষয়বস্তুৰ ওপৰতো কেবাজনো কবিয়ে পুথি ৰচনা কৰি গৈছে। সিবোৰৰ ভিতৰত **কলাপচন্দ্ৰ দ্বিজৰ** সৰু কাব্য "ৰাধা চৰিত", **অনিৰুদ্ধ কায়স্থৰ** "ভাবটবী বৰ্ণনা", **বিষ্ণুভাৰতী** ৰচিত "ধ্ৰুৱ চৰিত" আৰু "ভাগৱত ৰত্ন," **গোপাল চৰণ দ্বিজৰ** "গ্ৰাহ গজেন্দ্ৰ উপাখ্যান", **কেশৱ কায়স্থৰ**



ভাগৱতৰ ৭ম আৰু ৯ম স্কন্ধৰ অনুবাদ, **ৰত্নাকৰ মিশ্ৰৰ** "ব্ৰহ্মগীতা" আৰু "গীতাকীৰ্তন" আদি বিশেষ উল্লেখযোগ্য।

মহাভাৰতৰো কোনো কোনো পৰ্বৰ অনুবাদক হিচাপে কেবাজনো কবিৰ নাম পোৱা যায়। সিসকলৰ ভিতৰত "দ্ৰোণ পৰ্ব", "সভা পৰ্ব", আৰু "স্বৰ্গাৰোহণ পৰ্ব"ৰ পদকৰ্তা ৰাম সৰস্বতীৰ পুত্ৰ **গোপীনাথ পাঠক**, "শল্য পৰ্ব" আৰু "দ্ৰোণ পৰ্ব"ৰ কবি ভট্টদেৱৰ শিষ্য **দামোদৰ দাস**, "ভীষ্ম পৰ্ব" আৰু "কৰ্ণ পৰ্বৰ কবি **বিদ্যাপঞ্চানন**, "আদি পৰ্ব", "দ্ৰৌপদীৰ সয়ম্বৰ" আৰু "দ্ৰোণ পৰ্ব"ৰ অনুবাদক **শ্ৰীনাথ দ্বিজৰ** নাম বিশেষ উল্লেখযোগ্য। ইয়াৰ বাহিৰেও **কবিশেখৰৰ** "কিৰাট পৰ্ব", **ৰামমিশ্ৰৰ** "ভীষ্ম পৰ্ব" আৰু **দামোদৰ দ্বিজ** ৰ "শল্য পৰ্ব" আদি আন কেখনমান মহাভাৰতৰ বিষয়বস্তুৰদ্বাৰা সমৃদ্ধ পুথিৰ নামও লব পাৰি।

এই কালছোৱাৰ আন এটা উল্লেখযোগ্য অৱদান হ'ল চৰিত পুথিসমূহ। চৰিত পুথি সত্ৰীয়া চৈধ্য প্ৰসঙ্গৰ অন্তৰ্গত চৰিত তোলা প্ৰথাৰ প্ৰেৰণাত ৰচিত পূৰ্ব গুৰুৰ গুণ-গৰিমা বৰ্ণিত জীৱনীমূলক পুথি।

**ৰামচৰণ ঠাকুৰ:** চৰিত পুথি প্ৰণেতাসকলৰ ভিতৰত ৰামচৰণ ঠাকুৰ সৰ্বাগ্ৰণী। মোমায়েক মাধৱদেৱৰ লগত থাকি তেওঁ বৈষ্ণৱ ধৰ্মৰ দাৰ্শনিক শিক্ষা লাভ কৰে। সংস্কৃত "ভক্তিৰত্নাকৰ" অসমীয়ালৈ এৰেঁই ভাঙে। এওঁৰ "শঙ্কৰ চৰিত" প্ৰথম অসমীয়া চৰিত পুথি। নানা অলৌকিক কথাৰ মাজতো তেওঁ গুৰুৰ জীৱনী বিষদভাৱে আলোচনা কৰি গৈছে।

অন্যান্য চৰিতকাৰসকলৰ ভিতৰত "শঙ্কৰচৰিত" ৰচক **দ্বিজভূষণ**, "শঙ্কৰদেউ মাধৱদেউ চৰিত্ৰ"ৰ লিখক ৰামচৰণৰ পুতেক **দৈত্যাৰি ঠাকুৰৰ** নাম বিশেষ উল্লেখযোগ্য। দৈত্যাৰি ঠাকুৰৰদ্বাৰা ৰচিত "নৃসিংহ যাত্ৰা" আৰু "স্যমন্তহৰণ" দুখনি অঙ্কীয়া নাট পোৱা যায়। ইয়াৰ উপৰিও **ৰামানন্দ দ্বিজৰ** "গুৰুচৰিত",

ৰামৰায়ৰ "গুৰুলীলা", ৰমানন্দৰ "বংশীগোপালদেৱ চৰিত্ৰ", ৰমাকান্তৰ "বনমালীদেৱ চৰিত্ৰ", ভৱানন্দ দ্বিজৰ "গোবিন্দ চৰিত", বিদ্যানন্দ ওজাৰ "ঠাকুৰ চৰিত", এই কালত ৰচিত চৰিত পুথিৰ নিদৰ্শন। এই আটাইবোৰ চৰিত পুথি পদত ৰচিত।

এই কালছোৱাত ৰচিত পুথিসমূহ ঘাইকৈ ধৰ্মমূলক আছিল যদিও আন কিছুমান বিষয়ক পুথিৰো নিদৰ্শন পোৱা যায়। তাৰ ভিতৰত গদ্যৰ ক্ষেত্ৰত বুৰঞ্জীৰ কথা পূৰ্বে উল্লেখ কৰা হৈছে। পদ পুথিৰ ভিতৰত পূৰ্বোক্ত ভীষ্ম পৰ্বৰ অনুবাদক ৰামমিশ্ৰৰ "হিতোপদেশ" আৰু "পুতলা চৰিত্ৰ" সংস্কৃতৰপৰা অনুবাদ কৰা দুখনি লেখত লব লগীয়া অসমীয়া পুথি। আকৌ, গণিতৰ ওপৰত লিখা ৰকুল কায়স্থৰ "কিতাবত মঞ্জৰী", কবিৰত্ন দ্বিজৰ "লীলাৱতী" আৰু জ্যোতিষৰ ওপৰত লিখা জনৈক চূড়ামণিৰ "জ্যোতিষ চূড়ামণি" উল্লেখযোগ্য পুথি।

থূলমূলভাৱে বৈষ্ণৱ সাহিত্যৰ দ্বিতীয় স্তৰত অসমীয়া সাহিত্যৰ বিকাশৰ ক্ষেত্ৰত কেবাটাও নতুন সৃষ্টি লক্ষ্য কৰা যায়। অসমীয়া গদ্যৰ বিকাশ, চৰিত পুথিৰ আত্মপ্ৰকাশ, অনাধৰ্মীয় ব্যৱহাৰিক বিষয়ক তথা গণিত, জ্যোতিষ, ইতিহাস আদি বিষয়ক পুথি প্ৰণয়নৰ সূচনা এই যুগৰেই অৱদান বুলিব পাৰি। ভট্টদেৱৰ গাম্ভীৰ্যপূৰ্ণ গদ্যই প্ৰায় এশ বছৰ মানৰ পিছতেই জনসাধাৰণৰ কাষ চাপি আহিল আৰু বুৰঞ্জীয়ে সামৰি ললে সৰ্বসাধাৰণৰ কথ্য গদ্যক পুথিৰ মাধ্যমৰূপে। পৰৱৰ্তী তথা বৈষ্ণৱ সাহিত্যৰ শেষ কালছোৱা এই ত্ৰিধাৰাই পূৰ্ণবিকাশৰ যুগৰূপে পৰিচিত।

## বৈষ্ণৱোত্তৰ কালীন কথা-সাহিত্য

মধ্যযুগৰ শেষ কালছোৱাৰ অসমীয়া সাহিত্যৰ বিকাশ ধাৰাত তিনিটা ভিন্নমুখী সুঁতি লক্ষ্য কৰা যায়ঃ ধৰ্মমূলক সাহিত্য, বুৰঞ্জীমূলক তথা অনাধৰ্মীয় সাহিত্য আৰু অন্যান্য বিষয়ক সাহিত্য। আহোম ৰাজত্বকালৰ এই ভিন্নমুখী সাহিত্য-ৰাজিক বিভিন্ন সাহিত্যৰ বুৰঞ্জী লিখকসকলে থূলমূলভাৱে আহোম যুগৰ সাহিত্য বুলিবলৈ প্ৰয়াস পাইছে। কোনো ৰাজকীয় শাসনকালৰ সাহিত্য নুবুলি এই কালছোৱাৰ সমূহ সাহিত্যক একেলগে বৈষ্ণৱোত্তৰ সাহিত্য বোলাই শ্ৰেয়।

### ধৰ্মপ্ৰাণ সাহিত্য

ধৰ্মমূলক সাহিত্যসমূহৰ বিষয়বস্তু মূলতে ৰামায়ণ, মহাভাৰত আৰু পুৰাণ আদিৰপৰা লোৱা হৈছে। তাৰ ভিতৰত গদ্য পদ্য দুয়োৰকমৰ পুথিয়েই পোৱা যায়। অৱশ্যে এইবোৰ পুথিত বৈষ্ণৱ সাহিত্যৰ ভাৱগম্ভীৰ বৰ্ণনা নাই। তাৰ সলনি সৰহ ভাগতে আছে অদ্ভিৰসৰ প্ৰাধান্য। ইয়াৰ আগৰ কালছোৱাৰ সাহিত্যত পুৰাণ বা পৌৰাণিক সাহিত্যৰ ভাগৱত পুৰাণে সৰ্বাধিক স্থান অধিকাৰ কৰি আছিল; কিন্তু এই কালছোৱাত অন্যান্য পুৰাণ বোৰৰহে বেছি ৰকমে অনুবাদ হৈছিল।

**কবিৰাজ চক্ৰৱৰ্তীঃ** এওঁ পুৰাণৰ সাহিত্য চৰ্চাকাৰী হিচাপে সৰ্বাগ্ৰণী। তেওঁৰ আচল নাম ৰামনাৰায়ণ চক্ৰৱৰ্তী। আহোম ৰজাৰ পৃষ্ঠপোষকতা লাভ কৰা কবিসকলৰ ভিতৰত এওঁক সৰ্বশ্ৰেষ্ঠ কবি বুলিব পাৰি। ব্ৰহ্মবৈবৰ্ত পুৰাণৰ কৃষ্ণজন্ম খণ্ডৰ অনুবাদৰ উপৰিও প্ৰকৃতি খণ্ডৰ অন্তৰ্গত শঙ্খচূড় আৰু তুলসীৰ কাহিনীৰ অৱলম্বনত "শঙ্খচূড় বধ" কাব্য প্ৰণয়ন কৰে। "শকুন্তলা কাব্য"

আৰু জয়দেৱৰ "গীতগোবিন্দ"ৰ অসমীয়া অনুবাদ কবিৰাজৰ লেখত লব লগীয়া সৃষ্টি।

**বলৰাম দ্বিজৰ** ব্ৰহ্মবৈৱৰ্ত পুৰাণৰ "কৃষ্ণজন্মখণ্ড"ৰ অনুবাদ লেখত লব লগীয়া পুথি। তাৰ বাহিৰেও "প্ৰকৃতি খণ্ড"ৰ অনুবাদক **দুৰ্গেশ্বৰ দ্বিজ**, "ব্ৰহ্মখণ্ড", "প্ৰকৃতি খণ্ড", "গণপতিখণ্ড" আৰু "কৃষ্ণজন্ম খণ্ড"ৰ অনুবাদক **ৰতিকান্ত** আৰু অন্যান্য কেইটামান খণ্ডৰ পদকৰ্তা **নন্দেশ্বৰ দ্বিজ, নৰোত্তম দ্বিজ** আৰু **খৰ্গেশ্বৰ দ্বিজৰ** নাম উল্লেখযোগ্য। শেষৰ চাৰিওজন কবিয়ে দৰঙীৰজা হৰিনাৰায়ণৰদ্বাৰা অনুপ্ৰাণিত হৈ ব্ৰহ্মবৈৱৰ্ত পুৰাণখন যুতীয়াভাৱে অসমীয়ালৈ অনুবাদ কৰিছিল। আকৌ, শিৱসিংহ আৰু অম্বিকাদেৱীৰদ্বাৰা অনুপ্ৰাণিত হৈ অসমীয়ালৈ অনুবাদ কৰা **কৱিচন্দ্ৰ দ্বিজৰ** "ধৰ্মপুৰাণ" এখনি সুখপাঠ্য। **ভুৱনেশ্বৰ বাচস্পতিয়ে** বৃহৎনাৰদীয় পুৰাণকে "নাৰদীয় কথামৃত" নাম দি অসমীয়াত ৰচনা কৰি গৈছে। ইয়াৰ বাহিৰেও **ৰামগোৱিন্দ, পৰশুৰাম দ্বিজ, ঘনশ্যাম খাৰঘৰীয়াফুকন, হৰিৰাম** আদি কৱিসকলে ব্ৰহ্মাণ্ড পুৰাণ, বিষ্ণু পুৰাণ, কল্কি পুৰাণ, অজামিল উপাখ্যান আদি পুৰাণৰ বিভিন্ন খণ্ডৰ অনুবাদ কৰি গৈছে।

এই কালছোৱাতে প্ৰণীত আন কেইখনমান দেৱীমাহাত্ম্য-প্ৰকাশক পৌৰাণিক কাব্য পোৱা যায়। তাৰ ভিতৰত **ৰুচিনাথ কন্দলী** ৰচিত "মাৰ্কণ্ডেয় চণ্ডী" আৰু "কল্কি পুৰাণ", **ৰামচন্দ্ৰ বৰপাত্ৰ** কৃত "যোগিনীতন্ত্ৰ", **অনন্ত আচাৰ্য** অনূদিত "আনন্দ লহৰী" বিশেষ উল্লেখযোগ্য। যোগিনীতন্ত্ৰ একে নামৰ সংস্কৃত পুথিৰ তন্ত্ৰপ্ৰধান শাক্তধৰ্মৰ এখনি সাৰ্থক পুথি। এই আটাইকেখন দেৱীমাহাত্ম্য প্ৰকাশক পুথিক্‌ে তান্ত্ৰিক সাহিত্যৰ ভিতৰত থব পাৰি। এই বিষয়ৰ "কালিকা পুৰাণ", "গুপ্তমণি" আৰু "গুপ্তসাৰ" আন তিনিখন ক্ষুদ্ৰ পুথি।

এই কালছোৱাত মহাভাৰতৰো কিছু কিছু অনুবাদ হৈছিল; কিন্তু পূৰ্বৱৰ্তী বৈষ্ণৱ কবিসকলৰ মহাভাৰতীয় সাহিত্য জনসমাজত



ইমান বেছি সৰবৰহী আছিল যে এই যুগৰ কবিসকলে সেই প্ৰতিভাতো চেৰাব পৰা নাছিলেই, আনকি বহুসময়ত নিজেও প্ৰভাৱান্বিত হৈছিল। কামৰূপৰ হেলাচা নিবাসী **লক্ষ্মীনাথ দ্বিজৰ** শান্তি পৰ্বৰ অনুবাদ উল্লেখযোগ্য। পিছে তেওঁৰ অনুবাদত শান্তি পৰ্বৰ ৰাজধৰ্ম আৰু আপদ্ধৰ্মৰ বাহিৰে আন খণ্ডবোৰ পোৱা নাযায়। অশ্বমেধ পৰ্বৰপৰা আহৰিত "ধৰ্ম সম্বাদ" প্ৰণেতা **শুভনাথ দ্বিজ** আৰু "খিল হৰিবংশ" যুগুত কৰোঁতা **বিদ্যাচন্দ্ৰ কবিশেখৰ**, সভা পৰ্বৰ অৱলম্বনত "শিশুপাল বধ" লিখোঁতা **শিষ্ট ভট্টাচাৰ্য**, "দাতাকৰ্ণ"ৰ ৰচক **বিষ্ণুৰাম দ্বিজ** আৰু "মুষল পৰ্ব"ৰ কবি **পৃথুৰাম দ্বিজ** এই কালৰ আন কেগৰাকীমান কবি। ইয়াৰ উপৰিও **সাগৰখৰি দৈৱজ্ঞৰ** "কুৰ্মাৱলীবধ", **ভৱানন্দৰ** "হৰিবংশ", **নাৰায়ণ দাসৰ** "অৰ্জুন সম্বাদ" আদি এই কালৰ মহাভাৰতীয় সাহিত্যৰ লেখত লব লগীয়া পুথি। আকৌ, কোচবিহাৰৰ ৰজাৰ পৃষ্ঠ-পোষকতাত "স্বৰ্গাৰোহণ পৰ্ব", "সভা পৰ্ব", "কৰ্ণ পৰ্ব", "ভীষ্ম পৰ্ব", "শান্তি পৰ্ব" আদিৰ অনুবাদ হোৱাৰ প্ৰমাণ আছে। এইসকল কবিৰ মহাভাৰতৰ বিভিন্ন পৰ্বৰ অনুবাদ বা সেই সম্পৰ্কীয় পুথিৰ পদৰচনা তেওঁলোকৰ ব্যক্তিগত প্ৰচেষ্টাৰ ফল বোলাহে উচিত। তেওঁলোকে পূৰ্বৱৰ্তী কবিসকলৰ দৰে ৰজাঘৰ বা গুৰু সন্তসকলৰ দ্বাৰা বিশেষ কিবা অনুপ্ৰেৰণা পোৱা যেন নালাগে।

**ৰঘুনাথ মহন্ত :** এই কালত ৰামায়ণ সম্পৰ্কীয় সাহিত্য চৰ্চাকাৰী সকলৰ ভিতৰত ৰঘুনাথ মহন্তৰ স্থান সকলোৰে আগত। তেওঁৰ "কথা ৰামায়ণ" ভট্টদেৱৰ গদ্যৰ অনুকৰণত লিখা ৰামায়ণৰ প্ৰথম গদ্য সংস্কৰণ। এওঁৰ ৰামায়ণৰ বিষয়বস্তু সংস্কৃত ৰামায়ণৰপৰাহে লোৱা হৈছে। গতিকে কথাৰামায়ণক মাধৱ কন্দলীৰ ৰামায়ণৰ গদ্যৰূপ বুলিলেও ভুল নহয়। এওঁৰ ৰামায়ণৰ মাত্ৰ চাৰিটা খণ্ডহে পোৱা যায়। এওঁৰ আন দুখনি পুথি "শত্ৰুঞ্জয়" আৰু "অদ্ভুত ৰামায়ণ" কবিৰ আগবয়সত লিখা পুথি। এই দুখন পুথিও সংস্কৃত মূল পুথিৰ

অনুকৰণত ৰচিত নহয়।

এওঁৰ পৰৱৰ্তী কেজনমান উদ্যোগী লোকে ৰামায়ণৰ নানা আখ্যান-কাহিনীৰ সহায়ত সৰু সৰু পুথি কেখনমান ৰচনা কৰি গৈছে। তাৰ ভিতৰত ৰাম সৰস্বতীৰ (এওঁক দ্বিতীয় ৰামসৰস্বতী বুলিবও পাৰি) 'লক্ষ্মণৰ শক্তিশেল', ধনঞ্জয় কৰিৰ "মন্দোদৰীৰ মণিহৰণ", গঙ্গগতি দাসৰ "সীতাৰ পাতাল প্ৰবেশ", ভৱদেৱ বিপ্ৰৰ "নাগাক্ষ যুদ্ধ" উল্লেখযোগ্য পুথি। ইয়াৰ বাহিৰেও কোচবিহাৰত কামৰূপীয়া ব্ৰাহ্মণ পণ্ডিতে অনুবাদ কৰা "অযোধ্যাকাণ্ড", "কিষ্কিন্ধ্যা কাণ্ড", "অৰণ্যকাণ্ড" আদি ৰামায়ণৰ কেবাটাও কাণ্ডৰ অসমীয়া অনুবাদৰ পাণ্ডুলিপি আদিৰ সন্তেদ পোৱা যায়। সেইবোৰ অৱশ্যে বঙ্গদেশৰ একাধিক গ্ৰন্থাগাৰত জৰাজীৰ্ণাৱস্থাত সংৰক্ষিত আছে।

পূৰ্বৰ অঙ্কীয়া নাটৰ আদৰ্শত এই কালছোৱাতো ৰচিত হোৱা কেবাখনো নাটৰ নিদৰ্শন পোৱা যায়। ৰুচিদেৱৰ "কুমাৰহৰণ" আৰু "শতস্কন্ধ ৰাৱণ বধ", মাধৱৰ "ভীষ্মনিৰ্যান", জয়দেৱৰ "সিন্ধু-যাত্ৰা", কমলচন্দ্ৰৰ "কুলাচল বধ", লক্ষ্মীনাথ দ্বিজৰ "কুমাৰহৰণ নাট" বিশেষ উল্লেখযোগ্য। কোনোবা অজ্ঞাত লিখকৰ "অভিমন্যু বধ" আৰু "জয়দ্ৰথ বধ" আন দুখনি এই যুগৰ নাট। পিছে, এই নাটসমূহৰ নতুনত্ব বিশেষ নাই স'চা; কিন্তু পূৰ্বৱৰ্তী নাটকৰ তুলনাত ব্ৰজবুলিৰ প্ৰয়োগ কম। বেছিখিনিয়েই আগৰ বধ কাব্যৰ নাট্যৰূপ হোৱা বাবেই সম্ভৱতঃ বধকাব্যৰ ভাষাৰ অনুৰূপ অসমীয়া ভাষা প্ৰয়োগ হৈছে।

## অনাধৰ্মীয় সাহিত্য

এই কালৰ অনাধৰ্মীয় সাহিত্যৰাজি গদ্য প্ৰধান। তদুপৰি এই যুগটো অসমীয়া গদ্য সাহিত্যৰ এটা সন্ধিক্ষণ স্বৰূপ। ইয়াৰ আগতে যিবিলাক গদ্য সাহিত্য ৰচিত হৈছিল সিবিলাক আছিল মূলতঃ গুৰুগম্ভীৰ ভাবাদৰ্শৰে পৰিপূৰ্ণ। তৎসম সন্ধি আৰু



সমাসবহুল শব্দৰ প্ৰয়োগত ভাষা আছিল সংস্কৃতগন্ধী। তদুপৰি ৰচনাৰীতিত পৰিলক্ষিত হৈছিল এটা কাব্যিক ব্যঞ্জনা; কিন্তু এই যুগৰ গদ্যত পূৰ্বৰ বুৰঞ্জীৰ অনাসংস্কৃতীয়া কথ্য ভাষাৰ গদ্যৰীতি বাৰু-কৈয়ে আত্মপ্ৰকাশ কৰিবলৈ সুযোগ পালে। কাব্য ৰচনাতকৈ সাহিত্যিকসকল গদ্য ৰচনাৰ প্ৰতি অধিক আগ্ৰহশীল হৈ পৰিল। কাৰণ সাহিত্যিকৰ ইচ্ছা জনসমাজৰ মাজত ব্যক্তিগত ভাৱাদৰ্শ সমৃদ্ধ সাহিত্যৰদ্বাৰা বিচৰণ কৰা; সেই আদৰ্শৰ কাৰণে আৰু সৰ্বসাধাৰণৰ মাজত পূৰ্বৰ ধৰ্মৰ প্ৰাধান্য কিছু ক্ষীণতৰ হৈ অহাত কবি সাহিত্যিকসকল গদ্যমুখী হৈ পৰা স্বাভাৱিক। এই যুগৰ গদ্যৰ নিদৰ্শন পোৱা যায় বিভিন্ন প্ৰকাৰ ৰচনাত—বুৰঞ্জীৰ পুথিত, চৰিত পুথিত, ধৰ্মীয় পুথিত আৰু অন্যান্য ব্যাৱহাৰিক বিষয়ৰ পুথিত।

বুৰঞ্জীয়েই এই যুগৰ অনাধৰ্মীয় সাহিত্যৰ ব্যাপক অংশ অধিকাৰ কৰি আছে। ডঃ সূৰ্যকুমাৰ ভূঞাদেৱে অসমীয়া বুৰঞ্জীসমূহৰ ওপৰত এই বুলি এটি যথেষ্ট তাৎপৰ্যপূৰ্ণ মন্তব্য দি গৈছে—"বুৰঞ্জী সাহিত্যৰ এনে অপূৰ্ব সঙ্গম বৃটিছৰ পূৰ্ব যুগৰ কোনো ভাৰতীয় সাহিত্যতে দেখিবলৈ পোৱা নাযায় বুলি কলেও সত্যৰ অপলাপ নহয়।" এই বুৰঞ্জীসমূহৰ ভিতৰত "তুংখুঙীয়া বুৰঞ্জী", "ত্ৰিপুৰা বুৰঞ্জী", "কছাৰী বুৰঞ্জী", "জয়ন্তীয়া বুৰঞ্জী", "অসম বুৰঞ্জী (১)", "অসম বুৰঞ্জী (২)", "অসম বুৰঞ্জীৰ পুথি", "কামৰূপ বুৰঞ্জী", "বাদশাহ্ বুৰঞ্জী" আদি বিশেষ উল্লেখযোগ্য। ইয়াৰ উপৰিও ভালেমান বুৰঞ্জীৰ পাণ্ডুলিপি আজিও এলান্ধুৰ চাঙতে থকা বুলি ভাবিবৰ থল আছে।

গদ্যত লিখা চৰিত পুথি সংখ্যাত তাকৰ হলেও অসমীয়া গদ্য-সাহিত্যৰ ইতিহাস অধ্যয়নত ইয়াৰ যথেষ্ট গুৰুত্বপূৰ্ণ স্থান আছে। ৺লক্ষ্মীনাথ বেজবৰুৱাই "বাহী"ত প্ৰকাশ কৰা "বৰদোৱা গুৰু-চৰিত", অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰু সম্পাদিত "কথা গুৰুচৰিত", গোবিন্দ দাসৰ "সন্ত সম্প্ৰদা" আৰু ভট্টদেৱৰ নামত প্ৰচলিত

“সৎ সম্প্ৰদায় কথা” গদ্যত প্ৰণীত চৰিত পুথিৰ অপূৰ্ব নিদৰ্শন। উক্ত চৰিত পুথিসমূহ সত্ৰীয়া সাধু সন্তসকলৰ কথিত গদ্যৰ অনুকৰণত ৰচিত। ইয়াৰ বাহিৰেও **নীলকণ্ঠ দাসৰ** “দামোদৰ চৰিত”, **কৃষ্ণ মিশ্ৰৰ** “দামোদৰ চৰিত”, **জয়নাৰায়ণৰ** “গোপালদেৱৰ চৰিত”, আৰু “ৰামগোপাল চৰিত”, **অম্বৰীশ দ্বিজৰ** “কেশৱদেৱ চৰিত”, **বিদ্যা ওজাৰ** “ঠাকুৰ চৰিত” আৰু “আই কনকলতা চৰিত”, **ৰাণেশ্বৰ** আৰু **দিবাকৰ দ্বিজৰ** “হৰিদেৱ চৰিত”, **ৰণগঞাগিৰিৰ** “হৰিদেৱ চৰিত”, **চিদানন্দৰ** “অনিৰুদ্ধদেৱ চৰিত” আদি পদত ৰচিত এই কালৰ উল্লেখযোগ্য চৰিত পুথি।

*ধৰ্মমূলক গদ্য পুথিৰ* ভিতৰত পূৰ্বোক্ত কথা ৰামায়ণৰ পিছতেই পৰে **পৰশুৰামৰ** “কথাঘোষা” আৰু “পদ্মপুৰাণ”। অৱশ্যে পদ্মপুৰাণৰ গদ্যানুবাদ সম্পূৰ্ণ হোৱা নাছিল। ভাৰতৰ বিভিন্ন তীৰ্থ-স্থানৰ ভৌগোলিক আৰু ঐতিহাসিক বৰ্ণনাযুক্ত “তীৰ্থ কৌমুদী” কথিত গদ্যত লিখা আন এখনি এই যুগৰ লেখত লব লগীয়া পুথি।

## অন্যান্য বিষয়ক সাহিত্য

এই শিতানৰ সাহিত্যৰ ভিতৰতো গদ্য আৰু পদ্য দুয়ো প্ৰকাৰ ৰচনাৰ নিদৰ্শন পোৱা যায়। গদ্যৰ পৰ্যায়ত পৰে **সুকুমাৰ বৰকাথৰ** নানা চিত্ৰ সম্বলিত “হস্তীবিদ্যাৰ্ণৱ” আৰু “ঘোঁৰা নিদান”, **কৱিৰাজ চক্ৰৱৰ্তীৰ** “ভাস্বতী” প্ৰধান। ইয়াৰ বাহিৰেও অঙ্কৰ আৰ্যা, নৃত্য-মুদ্ৰাৰ পুথি “শ্ৰীহস্ত মুক্তাৱলী”, “কামৰত্ন তন্ত্ৰ”, “নীতি লতাঙ্কুৰ”, পঞ্চতন্ত্ৰ-হিতোপদেশৰ অনুকৰণত লিখা **ৰুদ্ৰৰাম দ্বিজৰ** “নীতিৰত্ন” উল্লেখযোগ্য পুথি। এই আটাইখিনিকে বিভিন্ন সংস্কৃত পুথিৰ অসমীয়া সংস্কৰণ বোলাহে যুগুত।

কোচ ৰজাৰ অনুপ্ৰেৰণাত ৰচিত হোৱা ঐতিহাসিক কাব্যসমূহ এই কালৰ ৰচনা। সেইবোৰৰ ভিতৰত **সূৰ্যখড়ি দৈৱজ্ঞ** প্ৰণীত



“দৰংৰাজবংশাৱলী”, **ৰত্নিকান্ত দ্বিজ** প্ৰণীত “ৰাজবংশাৱলী” বিশেষ লেখত লব লগীয়া পুথি।

অন্যান্য বিষয়ক কাব্যৰ ভিতৰত চুফীবাদ সম্পৰ্কীয় আৰু গৌৰীয় ভক্তিমাৰ্গ সম্পৰ্কীয় পুথিবোৰ উল্লেখযোগ্য। **ৰামদ্বিজৰ** “মৃগাবতী চৰিত”, **পশুপতি দ্বিজৰ** “চন্দ্ৰাৱলী” আৰু অজ্ঞাত কবিৰ “মধুমালতী” চুফীবাদী মুছলমান কাব্যৰ বিষয়বস্তুৰ সহায়ত বৈষ্ণৱ কাব্যৰ অনুকৰণত যুগুত কৰা পদপুথি। ইয়াৰ মাজেদি প্ৰেমসাধনামূলক ভক্তিৰ কথাকে প্ৰকাশ কৰা হৈছে। দ্বিতীয় শ্ৰেণীৰ অন্তৰ্গত পৰে **কৃষ্ণানন্দ দ্বিজৰ** “পূৰ্ণভাগৱত”, **ৰামকান্তৰ** “কৃষ্ণগীতা”, **বিষ্ণুদাসৰ** “নাৰদচৰিত” আৰু **নৰোত্তম ঠাকুৰৰ** “ভক্তি প্ৰেমাৱলী”। এই পৰ্যায়ৰ সমকালীন ৰচনা হিচাপে **কামদেৱ বিপ্ৰৰ** “অশোক চৰিত”, **জগন্নাথ দ্বিজৰ** “লক্ষ্মীচৰিত”, **কৱিৰাজ কবিৰ** “শিয়াল গোঁসাই চৰিত” আৰু **ৰমানন্দ দ্বিজৰ** “মহামোহ কাব্য” আদিৰ নাম উল্লেখ কৰিব পাৰি।

এই কালছোৱাতো নানাৰকমৰ গীত ৰচনা হোৱাৰ প্ৰমাণ আছে। সেই গীতবোৰৰ দুটা ধাৰা লক্ষ্য কৰা যায়, ঐতিহাসিক আৰু অনৈতিহাসিক। প্ৰথম বিধ গীতৰ বিষয়বস্তু কোনো বুৰঞ্জী প্ৰসিদ্ধ লোকৰ কাৰ্য-কলাপ। “জয়মতী কুঁৱৰীৰ গীত”, “পদুম কুঁৱৰীৰ গীত”, “বৰফুকনৰ গীত”, “গৌৰীনাথ সিংহৰ গীত” আদি এই সময়ৰ ঐতিহাসিক গীতৰ নিদৰ্শন। আকৌ, দ্বিতীয়বিধ গীতৰ বিষয় বস্তু কায়াসাধন পদ্ধতিৰ সাধকসকলৰ দৃষ্টিত দেখা দিয়া দেহতত্ত্ব। এই গীতবোৰত মনুষ্যদেহ বা পিণ্ড ব্ৰহ্মাণ্ডৰ আধাৰ স্বৰূপে দেখুৱা হৈছে। সেই বাবে এইখিনি গীতক দেহবিচাৰৰ গীত বোলা হয়। দেহবিচাৰ বা বৰাগী গীতসমূহ পূৰ্বৱৰ্তী বৰগীতৰ তুলনাত বেছি গূঢ়াৰ্থব্যঞ্জক। সাধাৰণ দৃষ্টিত ইয়াৰ যিটো অৰ্থ প্ৰকাশ পায়, সাধক সকলৰ ব্যাখ্যাত তাতকৈ যথেষ্ট গূঢ় অৰ্থ প্ৰকাশ পায়। তদুপৰি ভাষাৰ ফালৰপৰাও এইবোৰে নতুনত্ব দাবী কৰে। কিয়নো

বৰগীতৰ ব্ৰজবুলিৰ প্ৰয়োগ একেবাৰে নাই। চৰ্যাগীতিৰ এই গীতখিনিক ফকৰাৰ কাব্যিক তথা গীতিময় ৰূপ বুলিব পাৰি।

আজান ফকীৰৰ "জিকিৰ" আৰু "জাৰি" গীতসমূহ এই কালৰ ৰচনা। এই আটাইখিনি গীতকে এই কালৰ মৌখিক সাহিত্যৰ নিদৰ্শন বুলিব পাৰি।

আহোম শাসনৰ শেষ কালছোৱাত দেশত মোৱামৰীয়া বিদ্ৰোহ, মানৰ আক্ৰমণ আদিয়ে ৰাজনৈতিক বিপৰ্যয়ৰে সৃষ্টি কৰি এবা নাছিল, দেশত আৰ্থিক অনাটন, নৈতিকতাৰ নামত নানা কুৎসা আৰু ধৰ্মৰ নামত বহুৰকমৰ ব্যভিচাৰ সোমাই পৰিছিল। সেই কাৰণে বৈষ্ণৱ সাহিত্যৰ বিকাশ তথা প্ৰসাৰ অব্যাহত নাথাকিল। আনহাতে আহোমৰ ৰাজত্ব কালত অসমীয়া সাহিত্যই নানাভাৱে আত্মপ্ৰকাশৰ সুযোগ বিচৰা দেখা যায়। আহোম ৰাজত্বৰ পতনৰ লগে লগে বৃটিছৰ শাসনৰ তলত দেশত খ্ৰীষ্টান মিছনেৰীসকলৰ কাৰ্য-কলাপ আৰম্ভ হ'ল আৰু দেশৰ সকলো ক্ষেত্ৰতে নতুন ভাৱধাৰা আৰু আদৰ্শৰ পৰিস্ফুৰণৰ সূচনা হ'ল। এই দৰে পাশ্চাত্যৰ বণিক বেশী শাসকৰ অধীনত দেশীয় সাংস্কৃতিক জীৱনলৈ এটা পৰিৱৰ্তন আহি পৰিল আৰু সাহিত্যবিকাশৰ ধাৰায়ো নতুন গঢ় লবৰ উপক্ৰম কৰিলে।

## আধুনিক অসমীয়া সাহিত্য ঃ "অৰুনোদই"

অসমত বৃটিছ শাসন-ব্যৱস্থাৰ প্ৰৱৰ্তনৰ লগে লগে সেই ৰাজনৈতিক ধুমুহাত দেশীয় সাংস্কৃতিক মেৰঘৰটো কঁপি উঠিল। ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিৰ চৰ্তমতে এফালে মানৰ মূৰত ৰাম টাঙোন পৰিল, আনফালে আহোম শাসনৰ অন্ত পৰিল, আৰু বণিক ইংৰাজে পালে অসমৰ ৰাজপাট। এই বণিকৰূপী ইংৰাজ শাসকৰ লগত অসমলৈ আহিল নানা কাম-কাজত সহায় কৰিবলৈ বঙ্গদেশী বাবুসকল। উগ্ৰ বঙ্গভাষা প্ৰেমী সেইদল বঙালী বাবুৰ প্ৰৰোচনাত অসমীয়া ভাষা প্ৰায় ছকুৰি বছৰ (১৮৩৭—১৮৭৩) কাল চৰকাৰী আদালত, পঢ়াশালি আদিৰপৰা উচ্ছেদ হৈছিল ; কিন্তু ইংৰাজ শাসকৰ লগত অহা মিছনেৰীসকল আৰু দেশীয় কেজনমান ভাষা জননীৰ উদীয়মান সেৱকৰ অহোপুৰুষাৰ্থত অসমীয়া ভাষাই পুনৰ আত্মপ্ৰতিষ্ঠা লাভ কৰিবলৈ সমৰ্থ হ'ল। এই কালছোৱাত অসমীয়া ভাষা-সাহিত্যৰ ওপৰত বঙলা ভাষাৰ প্ৰচণ্ড হেঁচা পৰাৰ উপক্ৰম হয় সঁচা ; কিন্তু তাৰ লগে লগে এই ভাষা সাহিত্যই নতুন সূৰ্যৰ প্ৰভাতী কিৰণ বীৰ্যৰে শক্তিশালী হোৱাৰ প্ৰেৰণা পালে। পূৰ্বৰ সাহিত্যৰ সুৰটো সম্পূৰ্ণভাৱে পৰিৱৰ্তিত হৈ পৰিল ; কথিত ভাষাই হ'ল সাহিত্যৰ প্ৰধান বাহন। আগৰ ধৰ্মমূলক বিষয়বস্তুৰ ঠাইত বাস্তৱ জীৱনৰ ধ্যান-ধাৰণা হ'ল সাহিত্যৰ বিষয়বস্তু। তদুপৰি সাহিত্য বহুলাংশে গদ্যধৰ্মী হৈ পৰিল। ভাষা চৰ্চাৰ সূচনা হ'ল, অভিধান ব্যাকৰণ প্ৰণয়ন কাৰ্য আৰম্ভ হ'ল, পাঠ্য-পুথি, মিছনেৰীসকলৰ ধৰ্মপ্ৰচাৰাৰ্থে যুগুত কৰা খ্ৰীষ্টধৰ্ম সম্পৰ্কীয় পুথি, গল্প-উপন্যাস আদি চৰ্চাৰ আৰম্ভ হ'ল। কথ্যভাষাৰ ব্যাকৰণ

প্ৰণয়নৰ ফলত সমাজৰ সাধাৰণ শ্ৰেণীৰ মাজত নিত্য প্ৰচলিত অনা অসমীয়া ভাষাৰ শব্দ-খণ্ডবাক্য-জতুৱা ঠাচ আদি সোমাই পৰিল। ভাষাই এই আকস্মিক জাগৰণৰ লগতে ভাৰতৰ অন্যান্য আধুনিক ভাষাৰ দৰে চহকী হোৱাৰ নতুন উপায়টো আচৰিত ধৰণে মানি ললে। এনেকৈয়ে অসমীয়া সাহিত্যৰ সেই কালৰ অন্যতম শ্ৰেষ্ঠ দান আলোচনী বা সংবাদপত্ৰৰ সৃষ্টি হ'ল।

ভাষাতত্ত্বৰ আলোচনা অসমীয়াত এই যুগৰ নতুন সৃষ্টি। শাসনকাৰ্য চলাবলৈ ইংৰাজ কৰ্মচাৰীসকলে অসমীয়া ভাষা শিকি লবলৈ বাধ্য হৈছিল। আৰু মিছনেৰীসকলে খ্ৰীষ্টধৰ্ম প্ৰচাৰ কৰিবলৈ গৈ প্ৰথমে দেশীয় ভাষা শিকিব লগীয়া হৈছিল। সেই প্ৰেৰণা লৈয়ে উইলিয়াম ৰবিনছন আগ বাঢ়ি আহিল Grammar of the *Assamese Language* যুগুত কৰিবলৈ; ইংৰাজীত লিখা এইখনেই প্ৰথম অসমীয়া ব্যাকৰণ। অলিভাৰ টমাছ কটুৰৰ পত্নী শ্ৰীমতী হৰিয়েট বি. এল. কটুৰে ইংৰাজী-অসমীয়াত Vocabulary and Phrases যুগুত কৰে। শ্ৰীমতী এছ. আৰ. ৱাৰ্ড প্ৰণীত ইংৰাজী অসমীয়া শব্দকোষ ছপা হৈ ওলায়। ইয়াৰ উপৰিও ৰেভাৰেণ্ড নাথন ব্ৰাউন চাহাবে অসমীয়া ভাষাৰ আন এখন ক্ষুদ্ৰ ব্যাকৰণ Grammatical Notices on the Assamese Language ইংৰাজীতে ছপাই উলিয়ালে। তদুপৰি ১৮৩৯ চনত যাদুৰাম ডেকা বৰুৱাই প্ৰথম অসমীয়া অভিধান প্ৰণয়ন কৰে। সেই অভিধানৰ আলম লৈয়ে ডঃ মাইলছ ব্ৰনছন চাহাবে অসমীয়া ইংৰাজী (অচমিঁয়া ইংৰাজি) অভিধান প্ৰণয়ন কৰে। এই দৰে ভাষাতত্ত্ব চৰ্চাৰ বীজ অঙ্কুৰিত হ'ল মিছনেৰী চাহাবসকলৰ চেষ্টাত।

এই কালৰ অন্যতম শ্ৰেষ্ঠ সৃষ্টি তথা অৱদান হ'ল 'অৰুনোদই' আলোচনী। এইখনেই প্ৰথম অসমীয়া আলোচনী; ১৮৪৬-১৮৮২ চনলৈকে এই কাকত মিছনেৰী চাহাবসকলৰ যত্নত শিৱসাগৰৰপৰা ওলাইছিল। এই কাকত আলোচনী আৰু বাতৰি কাকত এই



দুয়োটা অংশ বা ভাগত বিভক্ত আছিল। খ্ৰীষ্টধৰ্ম প্ৰচাৰৰ বাবে প্ৰচাৰমূলক সাহিত্য সৃষ্টি কৰাই কাকতৰ উদ্দেশ্য আছিল যদিও বুৰঞ্জী, বিজ্ঞান, নীতিশিক্ষা, দেশবিদেশৰ বা-বাতৰি, জীৱনী, চুটি কাহিনী আদিও ইয়াত প্ৰকাশ হৈছিল। "যাত্ৰিকৰ যাত্ৰা" প্ৰথম ইয়াতেই ছোৱা ছোৱাকৈ ছপা হৈছিল।

ৰেভাৰেণ্ড অলিভাৰ টমাছ কটুৰ, শ্ৰীমতী কটুৰ, এ. এইচ. ডেনফোৰ্থ, এচ. এম. হুইটিং, ৰেভাৰেণ্ড নাথন ব্ৰাউন আৰু তেওঁৰ পত্নী শ্ৰীমতী এলিজা ব্ৰাউন, ডঃ মাইল্‌ছ ব্ৰনছন, শ্ৰীমতী এছ. আৰ. কটুৰ, ৰেভাৰেণ্ড ক্লাৰ্ক, এ. কে. গাৰ্নি, আদি চাহাবসকলৰ বাহিৰেও নিধিৰাম ফাৰৱেল (এওঁৰ পূৰ্বৰ হিন্দু নাম নিধিৰাম কেওট), যাদুৰাম বৰভাণ্ডাৰ বৰুৱা; আনন্দৰাম ঢেকিয়ালফুকন, ওঝাদেও হেমচন্দ্ৰ বৰুৱা, বলোৰাম ফুকন, যজ্ঞোৰাম দেওধাই বৰুৱা, পূৰ্ণানন্দ ডেকা বৰুৱা, কিনাৰাম সত্ৰীয়া আদি সাহিত্যিক সকলে 'অৰুনোদই' কাকতৰ যোগেদি সাহিত্য চৰ্চাৰ ক্ষেত্ৰত প্ৰেৰণা লাভ কৰিছিল। ছপোৱা পুথি উলিয়াই মিছনেৰীসকলে অসমীয়া সাহিত্যিকক নতুন পথ দেখুৱাৰ লগতে আলোচনীৰ মাজেদি সাহিত্য চৰ্চাৰ অনুশীলন আৰু সাংস্কৃতিক আন্দোলন গঢ়ি তোলাৰ নতুন আদৰ্শ ৰাখি যায়। পৰৱৰ্তী সাহিত্যিকসকলৰ সকলোবোৰ ৰচনাতে পুৰণি সুৰটো সলনি হৈ পৰে। কবিতাৰপৰা বৈষ্ণৱ বিষয়বস্তু আঁতৰিল, সাহিত্য কথা প্ৰধান হ'ল। উচ্চাৰণ অনুসৰি বৰ্ণবিন্যাসৰ ক্ষেত্ৰত লোৱা সৰলীকৰণ নীতিয়ে সাহিত্যিক শ্ৰেণীক বেছি উদাৰ কৰি তুলিলে; কিন্তু পৰৱৰ্তী হেমচন্দ্ৰ বৰুৱাৰ প্ৰভাৱ ৰশ্মিত সেই অত্যধিক উদাৰ নীতি ম্লান পৰিল।

ইংৰাজী বা বঙলা ভাষাৰ পুথিৰ অনুবাদৰ সূত্ৰপাত ঘটে এই কালতেই। কলিয়াবৰৰ আত্মাৰাম শৰ্মাৰদ্বাৰা অনূদিত বাইবেলৰ দ্বিতীয় সংস্কৰণ ওলায়। নাথন ব্ৰাউনৰ "নিউ টেষ্টামেণ্টৰ অসমীয়া ভাঙনি" আৰু "খ্ৰীষ্টৰ বিৱৰণ আৰু শুভ যাত্ৰা", এ. কে.

গার্নিয়ে অনুবাদ কৰা "প্রাচীন নিয়ম", "ৰূথ আৰু যোচেফৰ কাহিনী", "এলোকেশী বেশ্যাৰ কথা" আৰু "কামিনীকান্তৰ চৰিত্ৰ", শ্ৰীমতী এ. কে. গার্নিৰ অনুবাদ পুথি "ফুলমনি আৰু কৰুণা" আৰু এওঁৰ তদাৰকত অনূদিত হোৱা "যাত্ৰিকৰ যাত্ৰা" আদি এই কালৰ উল্লেখ-যোগ্য অনুবাদ পুথি। খ্ৰীষ্ট ধৰ্ম সম্পৰ্কীয় হলেও এই অনুবাদ-ৰাজিৰ অসমীয়া সাহিত্যৰ ঐতিহাসিক মূল্য অস্বীকাৰ কৰা নাযায়।

নিধিৰাম ফাৰৱেল এই কালৰ প্ৰথম পৰ্যায়ৰ অসমীয়া খৃষ্টান লিখক। "অৰুনোদই" কাকতৰ এইজনা নিয়মীয়া লিখকে অসমীয়া ভাষা উদ্ধাৰৰ বাবে নানাভাৱে চেষ্টা কৰিছিল। "বিনই বচন", "নিস্তাৰৰ উপাই", "সৰগৰ বিবৰণ", "হিন্দুস্তানৰ বুৰঞ্জি" আদি প্ৰবন্ধ, আৰু কবিতা আদি ৰচনা কৰি অৰুণোদয়ৰ জৰিয়তে তেওঁ সাহিত্যিক ৰূপে প্ৰতিষ্ঠা লাভ কৰিছিল। এওঁ অসমীয়া ভাষাৰ বৰ্ণবিন্যাসৰ ক্ষেত্ৰত সৰলীকৰণ নীতি উদাৰভাৱে গ্ৰহণ কৰিছিল।

এই কালছোৱাৰ আন কেইজনমান সাহিত্যিকৰ ৰচনাৰ উল্লেখ কৰিব পাৰি। তেওঁলোকৰ ভিতৰত কাশীনাথ তামুলীফুকনৰ "অসম বুৰঞ্জী", বিশ্বেশ্বৰ বৈদ্যাধিপৰ কাব্যত যুগুত কৰা "বেলিমাৰৰ বুৰঞ্জী", হুতিৰাম হাজৰিকাৰ "কলি ভাৰত" বুৰঞ্জী, হৰকান্ত সদৰা-মিনৰ "অসম বুৰঞ্জী", মণিৰাম দেৱানৰ "বুৰঞ্জী বিবেকৰত্ন" আদি লেখত লব লগীয়া বুৰঞ্জী বা বুৰঞ্জীমূলক গ্ৰন্থ। দীননাথ বেজবৰুৱা, ললিতচন্দ্ৰ গোস্বামী, ৰঘুদেৱ গোস্বামী আদিও এই কালৰ সাহিত্যিক। এওঁলোকৰ সাহিত্য-চৰ্চাৰ আদৰ্শ আছিল প্ৰাক্-অৰুণোদয় কালৰ সাহিত্য; নতুন ভাৱধাৰাৰ প্ৰভাৱমুক্ত হৈয়ো তেওঁলোকে কোনো বিশেষ সাহিত্য সৃষ্টি কৰিব পৰা নাছিল। এই সময়ৰ লিখক হৰকান্ত বৰুৱাৰ "হৰকান্ত বৰুৱা সদৰামীনৰ আত্মজীৱনী" সম্ভৱতঃ অসমীয়াত যুগুত কৰা প্ৰথম দৈনন্দিন জীৱনলেখা ( Diary )।



এই কালৰ অনা খ্ৰীষ্টান লিখকসকলৰ ভিতৰত আনন্দৰাম ঢেকিয়ালফুকন সৰ্বাগ্ৰণী। "অৰুনোদই"ৰ পিছত প্ৰকাশিত এওঁৰ "ইংলণ্ডৰ বিৱৰণ" আৰু চাৰি শ পৃষ্ঠাৰ "অসমীয়া ল'ৰাৰ মিত্ৰ" লেখত লব লগীয়া গ্ৰন্থ। এওঁ 'ইংৰাজী অসমীয়া' আৰু 'অসমীয়া ইংৰাজী' দুখন অভিধান প্ৰণয়নৰ কামো হাতত লৈছিল। বঙ্গ দেশৰ ৰামমোহন ৰায়ৰ দৰে এওঁ আছিল এজন সমাজসংস্কাৰক আৰু জাতীয়প্ৰেমিক। বঙলা ভাষাৰ কবলৰপৰা অসমক ৰক্ষা কৰিবলৈ এওঁ উঠি পৰি লাগি অসমত যি আন্দোলন গঢ়ি তুলিছিল তাৰ তুলনা নাই। এই কথাৰ সাক্ষী ৰূপে আজিও A Few Ramarks on Assamese Language পুথিখন মূৰ তুলি আছে। সম্প্ৰতি অসম সাহিত্য সভাৰ চেষ্টাত ইয়াৰ অসমীয়া অনুবাদ ছপা হৈ ওলাইছে। ওঠৰ বছৰ বয়সৰেপৰা সাহিত্য সেৱাত মনোনিবেশ কৰা এই সাহিত্যিকগৰাকীয়ে মাত্ৰ বাৰ বছৰ কাল সাহিত্যচৰ্চা কৰাৰ পিছতেই মৃত্যুৰ মুখত পৰে যদিও এই কালছোৱাৰ ভিতৰতে অসমীয়া জাতিৰ বাবে এটা আদৰ্শ ৰাখি গৈছে।

এওঁৰ পৰৱৰ্তী কৃতীমান সাহিত্যিক দুগৰাকীয়েই হ'ল হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱা। মিছনেৰীয়ে হাতত লোৱা অসমীয়া আধুনিক ভাষা সাহিত্যৰ মণিকূটৰ আঁচনিমতে ঢেকিয়ালফুকনে আধাৰশিলা স্থাপন কৰে কিন্তু তাৰ আচল ৰূপ দিলেহি এই দুগৰাকী প্ৰাতঃস্মৰণীয় সাহিত্যিকে। অসমীয়াত প্ৰকৃত সৃষ্টিধৰ্মী সাহিত্যৰ উন্মেষ, আধুনিক গদ্যৰ স্বকীয়তা লাভ, কাব্য-নাটকত নতুন ভাবাদৰ্শৰ অভিব্যঞ্জনা, ভ্ৰমণ কাহিনী তথা ৰচনা সাহিত্য, সাংবাদিক সাহিত্য, প্ৰবন্ধ আৰু সমালোচনা সাহিত্য, ভাষাতত্ত্বৰ আলোচনা, ঐতিহাসিক গবেষণা, খুহুতীয়া অৰ্থাৎ হাস্যৰসাত্মক ৰচনা আৰু কবিতা, পঢ়াশলীয়া ছাত্ৰৰ পাঠ্যপুথি আদিৰ উদ্ভৱ আৰু বিকাশ লাভৰ গুৰিতে এই দুগৰাকী সাহিত্যিকৰ প্ৰভূত প্ৰচেষ্টা।

হেমচন্দ্ৰ বৰুৱাই সোণাৰ চাঁদ ছদ্মনাম লৈ 'অৰুনোদই' কাকতত প্ৰবন্ধ লিখিবলৈ লৈছিল। তেওঁৰ "অসমীয়া ব্যাকৰণ", "অসমীয়া ল'ৰাৰ ব্যাকৰণ", "পঢ়াশলীয়া অভিধান", "সংক্ষিপ্ত হেমকোষ", "আদি পাঠ", "পাঠমালা", "স্বাস্থ্যৰক্ষাৰ নিয়ম" বিশেষভাৱে লেখত লব লগীয়া পুথি। অসমীয়াৰ গৌৰৱমণ্ডিত অভিধান "হেমকোষ" ওপৰোক্ত সংক্ষিপ্ত সংস্কৰণৰ পৰিবৰ্ধিত তাঙৰণ। এই ব্যাকৰণ আৰু অভিধানে আজিও তেওঁক প্ৰথম পৰ্যায়ৰ ভাষাতাত্ত্বিকৰূপে চিনাকি দি আছে। "কানীয়া কীৰ্ত্তন" আৰু "বাহিৰে ৰং-চং ভিতৰে কোৱা ভাতুৰী" দুখনি সামাজিক ব্যঙ্গাত্মক নাটৰ উপৰিও "আসাম নিউচ" কাকতে তেওঁৰ সাহিত্যিক প্ৰতিভাৰ পৰিচয় দিয়ে। অসমীয়া বানান পদ্ধতিৰ ক্ষেত্ৰত এইখন কাকতৰ অৱদান অনস্বীকাৰ্য। বৰ্ণবিন্যাসৰ ক্ষেত্ৰত হেমচন্দ্ৰ বৰুৱাই ধ্বনিগত বৈশিষ্ট্যৰ লগতে শব্দ গঠনৰ ঐতিহাসিক ফালটোৰ ওপৰতো গুৰুত্ব দিছিল কাৰণেই সম্ভৱতঃ পূৰ্বৰ মিছনেৰীসকলৰ অসমীয়া বৰ্ণবিন্যাসৰ সৰলীকৰণৰ উদাৰ নীতি স্থায়ী হব নোৱাৰিলে। দৰাচলতে হেমচন্দ্ৰ বৰুৱাকে আধুনিক অসমীয়া ভাষাৰ সাৰ্থক গঢ়দাতা বুলিব পাৰি।

গুণাভিৰাম বৰুৱাৰো সাহিত্যিক ৰূপে আত্মপ্ৰকাশ ঘটে 'অৰুনোদই'ৰ পাততে সঁচা ; কিন্তু "ৰামনৱমী" আৰু "বিবাহৰহস্য" (আংশিকভাৱে প্ৰকাশিত) সামাজিক নাটকৰ মাজেদিহে তেওঁ সাহিত্যিক প্ৰতিষ্ঠা লাভ কৰে। তেওঁৰদ্বাৰা সম্পাদিত "আসাম বন্ধু" মাহেকীয়া কাকত, "আসাম—অতীত আৰু বৰ্ত্তমান" আৰু অন্যান্য ঐতিহাসিক প্ৰবন্ধৰ উপৰিও ভ্ৰমণবৃত্তান্ত, গুৰুদত্ত ছদ্মনামত প্ৰকাশিত কবিতা, গধুৰ আৰু লঘু সাহিত্যসমূহে তেওঁৰ সাহিত্যিক যশস্যা আজিও ঘোষণা কৰি আছে। "আনন্দৰাম ঢেকিয়ালফুকনৰ জীৱন চৰিত" আৰু "অসম বুৰঞ্জী" এওঁৰ শ্ৰেষ্ঠ ৰচনা।



এই যুগৰ পৰৱৰ্তী সাহিত্যিকসকল এওঁলোকৰে অনুগামী আছিল ; কিন্তু তেওঁলোক আছিল সৃষ্টিধৰ্মী সাহিত্যৰ প্ৰতি অধিক আকৃষ্ট। তদুপৰি জাতীয় ভাৱাপন্ন সাহিত্য সৃষ্টিতো এওঁলোক আগৰণুৱা। ৰমাকান্ত চৌধুৰীৰ "অভিমন্যুবধ", "সীতাহৰণ-নাট", ভোলানাথ দাসৰ "সীতাহৰণ কাব্য", "ক বি তা মা লা", "চিন্তাতৰঙ্গিনী", লম্বোদৰ বৰাৰ "ল'ৰাবোধ", সংস্কৃত "শকুন্তলা"ৰ ভাঙনি, কমলাকান্ত ভট্টাচাৰ্যৰ "চিন্তানল", "চিন্তাতৰঙ্গ"ৰ কবিতাৰাজি, "কঃ পন্থা" আৰু "অষ্টাবক্ৰৰ আত্মজীৱনী"ৰ গদ্য ৰচনা এই কালৰ উল্লেখযোগ্য সাহিত্যিক নিদৰ্শন। লম্বোদৰ বৰাৰ আসামবন্ধু আৰু আসাম বিলাসিনী আলোচনাত, আৰু কবি কমলাকান্তৰ 'অৰুনোদই', আসাম নিউচ, আসামবন্ধু, জোনাকী, বাঁহী, উষা আৰু আৱাহন (১ম ছোৱা) কাকতত নানা বিষয়ক প্ৰবন্ধৰাজি সিঁচৰিত হৈ আছে। দেৱনাথ বৰদলৈৰ প্ৰথম অসমীয়া ঐতিহাসিক নাটক "হেমপ্ৰভা" এই কালৰ ৰচনা। পদ্মাৱতী দেৱী ফুকননীৰ "সুধৰ্ম্মাৰ উপাখ্যান" উপন্যাস, বিষ্ণুপ্ৰিয়া দেৱীৰ "নীতি কথা"ও এই কালৰে ৰচনা। হৰিনাৰায়ণ বৰাৰ মাহেকীয়া "মৌ" আৰু হৰিবিলাস আগৰৱালাৰ সাদিনীয়া "আসাম" এই কালৰে পত্ৰিকা।

জনপ্ৰিয় পুৰণি পুথি ছপাই অধিকতৰ জনপ্ৰিয় কৰিবলৈ লোৱা কাৰ্যৰ সূত্ৰপাত হয় এই অৰুণোদয় যুগতে। এই আদৰ্শ লৈ আগ বাঢ়ি আহে কালিৰাম বৰুৱা আৰু হৰিবিলাস আগৰৱালা। তেওঁলোকে কীৰ্তন, নামঘোষা, দশমৰ কেইটামান স্কন্ধ, গুণমালা, ভটিমা, বৰগীত ভক্তিৰত্নাৱলী, গুৰুচৰিত্ৰ আদি প্ৰাচীন ধৰ্ম পুথি কিছুমান ছপাই উলিয়ালে।

পুৰণি পুথিৰ পুনৰ মুদ্ৰণ ব্যৱস্থাই জাতীয় ভাৱাপন্ন অসমীয়া সাহিত্যিকসকলক নতুন আদৰ্শ দিলে। সম্ভৱতঃ এই আদৰ্শৰদ্বাৰা অনুপ্ৰাণিত হৈয়ে কলিকতাৰ অসমীয়া সাংস্কৃতিক অনুষ্ঠান

"অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা"ই "অসমীয়া পুথিৰ তালিকা" যুগুত কৰিবলৈ সক্ষম হৈছিল। দাৰ্শনিক ৰাধানাথ ফুকনৰ মতে, ...'অতি দূৰ দেশৰপৰা অনুসন্ধান আৰম্ভ কৰিও তেওঁবিলাকে সাত শ পুথিৰ সন্ধান পাইছিল। এই কিতাপখন প্ৰকাশ হোৱাৰ পিছৰ পৰাই দেশৰ গতিৰ এটা আচৰিত পৰিৱৰ্তন দেখা গ'ল।' এই দৰে কলিকতাৰ প্ৰবস্থুৱা অসমীয়া ছাত্ৰসকলৰ চেষ্টাত গঢ়ি উঠা "অ-ভা-উ--সা"ৰ লগে লগে অসমীয়া সাহিত্যত পাশ্চাত্য সাহিত্যৰ আদৰ্শপুষ্ট ভাৰধাৰাৰদ্বাৰা নতুন প্ৰাণৰ সঞ্চাৰ হ'ল। 'অৰুনোদই' যুগৰ জৰিয়তে লোৱা ভাৱধাৰা আৰু প্ৰেৰণাই "জোনাকী"ৰ শীতল আৰু ব্যাপক ছাঁত অধিক মোহনীয় ৰূপ লাভ কৰে। অসমীয়া সাহিত্যত 'জোনাকী' যুগৰ কালছোৱা নিঃসন্দেহে সোণালী যুগ। সেই সোণালী যুগ-ৰচনাৰ ইন্ধন যোগাইছিল কিন্তু অৰুণোদয় যুগৰ সাহিত্যকসকলেহে। সাহিত্যৰ সকলো প্ৰকাৰ আধুনিক দিশতে অসমীয়া সাহিত্যই আত্মপ্ৰকাশ লাভ কৰে এই কালছোৱাত। সেই বাবেই এই কালছোৱাক অসমীয়া ভাষা সাহিত্যৰ এটা সন্ধিক্ষণ ( turning point ) বুলি কোৱা হয়।

## ৰোমাণ্টিক আলোড়ন ঃ "জোনাকী"

পূৰ্বোক্ত অৰুণোদয় যুগৰ অসমীয়া সাহিত্য মূলতঃ পাশ্চাত্য সাহিত্য-সংস্কৃতিৰ ভাৱাদৰ্শৰ প্ৰভাৱৰ ফল। সেই প্ৰভাৱ-ৰশ্মিৰ গুণেই হ'ক কিম্বা তাৰপৰা পোৱা প্ৰেৰণাৰ বাবেই হ'ক ১৮৮৮ চনৰ আগষ্ট মাহত কলিকতাৰ ৬৭নং মিৰ্জাপুৰ ষ্ট্ৰীটত অসমীয়া ছাত্ৰৰ চাহমেজৰ আলোচনাত অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ জন্ম। চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী এই ত্ৰিমূৰ্তি আছিল সেই অনুষ্ঠানৰ কাণ্ডাৰী স্বৰূপ। তাৰ প্ৰায় ছমাহ পিছত ১৮৮৯ চনৰ ৯ ফেব্ৰুৱাৰীত চন্দ্ৰকুমাৰ আগৰৱালাৰ সম্পাদনাত উক্ত সভাৰ মুখপত্ৰ স্বৰূপ মাহেকীয়া কাকত "জোনাকী" ওলায়। এই কাকতেই দৰাচলতে অসমীয়া সাহিত্যত ৰোমাণ্টিক আন্দোলনৰ সূচনা কৰে, আৰু অসমত পাশ্চাত্যৰ নৱন্যাস আন্দোলনৰ প্ৰসাৰ সাধনত বিশেষ গুৰুত্বপূৰ্ণ ভূমিকাও লয়।

এইখিনিতে ৰোমাণ্টিক বা নৱন্যাস সাহিত্যৰ সাধাৰণ পৰিচয়ৰ চমু আভাষ দিয়া দৰ্কাৰ। ই কোনো নাভূত-নাশ্ৰুত সাহিত্য নহলেও পূৰ্বৰ সাহিত্যৰ লক্ষণসমূহ অবিকলভাৱে তাত পোৱা নাযায়। নানাজনে নানাভাৱে ইয়াৰ ব্যাখ্যা দিব খোজে। তলত উল্লেখ কৰা চমু বৰ্ণনাৰপৰাই ইয়াৰ সাধাৰণ পৰিচয় পোৱা যাব।

ৰোমাণ্টিক সাহিত্যৰ ভালেমান সংজ্ঞা পোৱা যায়। আচলতে, প্ৰকৃতি-প্ৰীতি, তথা প্ৰকৃতিৰ লগত আত্মাৰ মিলন, বাস্তৱ বিমুখিতা, অতীত গৌৰৱত আত্মহাৰা, ৰঙীণ ভৱিষ্যতৰ কল্পনা, কল্পনাৰ ডেম-ডেউকাত বিশ্ব বিচৰণত আত্মহাৰা, প্ৰেম আৰু সৌন্দৰ্যৰ পূজা, অসীম আকাঙ্ক্ষাৰ বিৰাট অতৃপ্তি, প্ৰিয়াৰ ৰূপ আৰাধনা আৰু নিৰ্জীৱ প্ৰকৃতিত সজীৱতা আৰোপনৰদ্বাৰা প্ৰিয়াৰ ৰূপ দৰ্শন, বিষাদ

ব্যাকুলতা আৰু অতিন্দ্ৰীয়বাদ আদি লক্ষণসমূহ ৰোমান্টিক সাহিত্যৰ বিশেষত্ব। এনেকুৱা লক্ষণবিশিষ্ট সাহিত্য সম্ভাৰে নানা-ভাৱে জোনাকী যুগৰ অসমীয়া লিখকগোষ্ঠীৰ বিবিধ ৰচনাৰ মাজেদি আত্মপ্ৰকাশ লাভ কৰিছিল।

কলিকতাত থাকি জোনাকী কাকতৰ যোগে সাহিত্যচৰ্চা কৰিবলৈ লোৱা ডেকা অসমীয়া ছাত্ৰসকল ইংৰাজীৰ লগতে বঙালী সাহিত্যিকৰ ৰচনাসম্ভাৰৰদ্বাৰাও অনুপ্ৰাণিত হৈছিল। বঙ্কিমচন্দ্ৰৰ আদৰ্শত ৰজনীকান্তৰ উপন্যাস, মাইকেলৰ আদৰ্শত ভোলানাথ, হিতেশ্বৰ বৰবৰুৱাৰ কাব্য, বিদ্যাসাগৰ-ভূদেৱ মুখোপাধ্যায়ৰ আদৰ্শত সত্যনাথ বৰা, লম্বোদৰ বৰাৰ ৰচনা, ৰবীন্দ্ৰনাথৰ আদৰ্শত নলিনীবালা, ৰত্নকান্ত বৰকাকতি আদিৰ কবিতা লিখাৰ প্ৰয়াসৰ কথা কোনো সমালোচকে নুই বুলিব নোৱাৰে। ইংৰাজী ৰোমান্টিক সাহিত্যৰ দ্বাৰা অনুপ্ৰাণিত হলেও এই কালৰ লিখকসকলে 'যি চানেকি চাই ভাবাদৰ্শক অসমীয়াত ৰূপ দিলে সেই চানেকি হ'ল সেই সময়ৰ বঙ্গ সাহিত্য। গদ্যত সুসংহত দৃঢ়ান্বয়ী বাক্য গঠনৰ ৰীতি, কবিতাৰ ছন্দৰীতি, আৰু উপন্যাস ৰচনাৰ চানেকি বঙ্গ-সাহিত্যৰপৰাই অসমীয়া লিখকসকলে গ্ৰহণ কৰিলে।' অৰুণোদয় যুগৰ সাহিত্যৰ ভাব আৰু গঠনৰীতি ইমান দ্ৰুতভাৱে পৰিত্যক্ত হৈ পৰাৰ আন এটা কাৰণ হ'ল এই শ্ৰেণী সাহিত্যিকৰ কেন্দ্ৰস্থান ; সেই সময়ত কলিকতা হৈ পৰিছিল সেই কেন্দ্ৰ তথা প্ৰধান কাৰ্যস্থান।

"জোনাকী"ৰ উদাৰ বক্ষ হ'ল প্ৰাচ্য আৰু পাশ্চাত্য সাহিত্যৰ ভাৱধাৰাৰ মিলন ক্ষেত্ৰ। ইয়াৰ লিখকসকলে ইংৰাজী সাহিত্যৰ ভাবাদৰ্শৰ অনুকৰণত অসমীয়া সাহিত্য দৃষ্টিৰ সংকল্প ললে। এই দৰে সকলো প্ৰকাৰে অসমীয়া ভাষাৰ প্ৰসাৰ সাধন, ব্যাকৰণ আৰু বৰ্ণবিন্যাসৰ স্থিৰ নীতি নিৰ্ধাৰণ, আন ভাষাৰ বছা বছা পুথিৰ অসমীয়া অনুবাদ প্ৰকাশ, অসমীয়া পাঠ্যপুথি প্ৰণয়ন, অসমীয়া জাতি আৰু সংস্কৃতিৰ ইতিহাস প্ৰণয়ন, নানা প্ৰকাৰ সাহিত্য সৃষ্টি,



শিক্ষানুষ্ঠানত অসমীয়া ভাষাৰ শিক্ষাদান আদিয়েই আছিল 'অ-ভা-উ-সা' তথা 'জোনাকী'ৰ উদ্যোক্তাসকলৰ প্ৰধান উদ্দেশ্য। 'জোনাকী'ৰ প্ৰথমজনা সম্পাদকে ইয়াৰ 'আত্মকথা'ত এই উদ্দেশ্যৰ কথা এনেভাৱে কৈ গৈছে ; "এই পাছ পৰি থকা আন্ধাৰ দেশলৈ অলপ জোনাক সুমুৱাব নোৱাৰিলেও, যদি নিজে নিজেও যত্নৰ ফিৰিঙ্গতিৰ পোহৰত বাট পাওঁ তেনে আমাৰ শক্তিৰ মিছা ব্যয় হোৱা নাই বুলি ভাবিম।...আমি যুঁজিবলৈ ওলাইছোঁ আন্ধাৰৰ বিপক্ষে। উদ্দেশ্য—দেশৰ উন্নতি, জোনাক।"

'জোনাকী'ৰ আৰম্ভণিতে ওলাল বেজবৰুৱাৰ "লিটিকাই" নাট আৰু "পদুমকুঁৱৰী" উপন্যাস। এই দুয়োখন কিতাপ কাকতত ছোৱা ছোৱাকৈ প্ৰকাশ হোৱাৰ পিছতহে সুকীয়া কিতাপ আকাৰে মুদ্ৰিত হৈছিল। চন্দ্ৰকুমাৰ আগৰৱালাৰ "বনকুঁৱৰী", "নিয়ৰ", হেমচন্দ্ৰ গোস্বামীৰ "কাকো আৰু হিয়া নিবিলাওঁ", "পুৱা", কমলাকান্ত ভট্টাচাৰ্যৰ "পাহৰণি" আদি জোনাকীৰ পাতত প্ৰকাশিত কবিতাৰাজি আছিল ৰোমান্টিক ভাৱধাৰাৰে পৰিপুষ্ট। "কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা" ছোৱা ছোৱাকৈ জোনাকীত প্ৰকাশ হৈছিল। ইয়াৰ উপৰিও লম্বোদৰ বৰা, ৰত্নেশ্বৰ মহন্ত, গুণাভিৰাম বৰুৱা, বিষ্ণুপ্ৰসাদ আগৰৱালাৰ গহীন প্ৰবন্ধৰাজি, আনন্দচন্দ্ৰ আগৰৱালা, কনকলাল বৰুৱা, ৰজনীকান্ত বৰদলৈ, পানীন্দ্ৰনাথ গগৈৰ সাৰ্থক ৰচনাৰাজিয়ে আজিও জোনাকী কাকতৰ মহিমাকে ঘোষণা কৰি আছে। সেই চাম লিখকৰ বিভিন্ন ৰচনা সম্ভাৰে অসমীয়া ভাষাক নতুন বল দিলে, ভাষা-কানন প্ৰভাতী সূৰ্যৰ নকিৰণেৰে আলোকিত হ'ল।

ইংৰাজী সাহিত্যৰ প্ৰভাৱক্ৰমে জোনাকী কাকততে আধুনিক গল্পৰ প্ৰথম অনুশীলনৰ সূত্ৰপাত হয়। বেজবৰুৱাৰ চেনিচম্পা, কেকোককা, জয়ন্তী, পিতাপুত্ৰ জোনাকীত প্ৰকাশিত আধুনিক চুটি গল্পৰ উদাহৰণ। চেক্সপীয়েৰৰ আধুনিক বা ৰোমান্টিক নাটক

The Commedy of Errorsৰ "ভ্ৰমৰঙ্গ" নাম দি উমৈহতীয়াভাৱে অনুবাদ কৰি উলিয়ালে চাৰিগৰাকী কলিকতীয়া অসমীয়া ছাত্ৰই। এই নাটকেও প্ৰথমতে জোনাকীৰ পাততে আত্মপ্ৰকাশ লাভ কৰে।

মুঠতে জোনাকীয়ে অসমীয়া সাহিত্যত নৱ জাগৰণৰ এটা সাৰ্থক আন্দোলন গঢ়ি তোলে। ভাষাক এটা নিৰ্ভুল আৰু সকলোৰে গ্ৰহণযোগ্য গঢ় দিবলৈ চেষ্টা কৰে, তাৰ লগে লগে অসমীয়া ভাষাই এটা বিশিষ্ট মান তথা মৰ্যাদা পালে। পাশ্চাত্যৰ আধুনিক সাহিত্যৰ শক্তিশালী ভাবাদৰ্শৰ সমাৱেশত অসমীয়া সাহিত্য সমৃদ্ধৰ পথত অগ্ৰসৰ হ'ল। অসমীয়া সাহিত্যৰ আধুনিকীকৰণ 'জোনাকী' তথা এই কাকতৰ পৃষ্ঠপোষকসকলৰ কৃতিত্বৰ ফল। অসমীয়া সাহিত্যিকসকলৰ এই প্ৰচেষ্টাৰ মূলতে ৰোমাণ্টিক যুগৰ বিপুল ইংৰাজী সাহিত্যসমূহ আৰু বঙলা সাহিত্যৰাজি। সেই আদৰ্শতে জোনাকী যুগৰ আমাৰ সাহিত্য সেৱীসকল বিবিধ ৰচনাৰ ভাব আৰু ৰূপ দুয়োটা বিষয়তে সচেতন হৈ পৰিছিল।

জোনাকী কাকতত প্ৰথম ৰেখাপাত কৰা সেই আন্দোলনে ক্ৰমান্বয়ে বিস্তাৰ লাভ কৰে প্ৰায় অৰ্ধশতাব্দী কালজুৰি পৰৱৰ্তী আলোচনী পত্ৰিকা আদিৰ জৰিয়তে। জোনাকীৰ আশ্ৰয়ত অসমীয়াত যি সাহিত্যিক চেতনাৰ উদ্ভৱ হ'ল, যাৰ যহত অসমীয়া সাহিত্য প্ৰগতি শিখৰত দোপত দোপে আগ বাঢ়িল সেই চেতনা শক্তিক সময়ে সময়ে প্ৰভূত প্ৰেৰণা যোগাই আছিল সেই কাল ছোৱাৰ বিভিন্ন ধৰণৰ আলোচনী আদি কাকতসমূহে। জোনাকীৰ কেন্দ্ৰস্থান এই শতিকাৰ আৰম্ভতে কলিকতাৰপৰা গুৱাহাটীলৈ স্থানান্তৰিত হয়। পৰৱৰ্তী পদ্মনাথ গোহাঞি বৰুৱা আৰু বেনুধৰ ৰাজখোৱাৰ 'বিজুলী', গোহাঞি বৰুৱাৰ 'উষা', লক্ষ্মীনাথ বেজবৰুৱাৰ 'বাঁহী', অমিয়কুমাৰ দাস আৰু মাধৱচন্দ্ৰ বেজবৰুৱাৰ 'আলোচনী', অম্বিকাগিৰীৰ 'চেতনা', ছাত্ৰ সম্মিলনৰ মুখপত্ৰ 'মিলন', কমলাকান্ত ভট্টাচাৰ্যৰ 'আসাম হিতৈষী', দীননাথ শৰ্মাৰ 'আৱাহন'



(১ম ছোৱা), আদি আলোচনীসমূহে জোনাকীৰ মন্ত্ৰত দীক্ষিত হৈছিল, আৰু অসমীয়া সাহিত্যৰ অগ্ৰগতি অব্যাহত ৰাখিবলৈ সকলো প্ৰকাৰ সা-সুবিধা দি আহিছিল। এই দৰে জোনাকীৰ জোৰ পোহৰৰদ্বাৰা এইবোৰ আলোচনী আলোকিত হৈ অসমীয়া সাহিত্যৰ সেই আন্দোলনক সঞ্জীৱিত কৰি তুলিবলৈ আগ বাঢ়ি আহিছিল।

এই কালছোৱাৰ অসমীয়া সাহিত্যৰ উন্নতি অতি ক্ষিপ্ৰগামী। তদুপৰি সামাজিক আৰু ৰাজনৈতিক নানা পৰিৱৰ্তনৰ পৰিপ্ৰেক্ষিত প্ৰাচীন আদৰ্শৰ ঠাইত ন ন আদৰ্শই নানাভাৱে মূৰ দাঙি উঠিছে। অন্যান্য সমসাময়িক প্ৰভাৱেও সাহিত্যিকসকলৰ ভাবাদৰ্শত সাময়িকভাৱে হলেও একোটা আকস্মিক আলোড়নৰ সৃষ্টি কৰিছিল। সেই কাৰণে পৰৱৰ্তী অধ্যায়বোৰত এই কালছোৱাৰ বিবিধ ৰচনা সম্ভাৰ সম্পৰ্কে সাহিত্যৰ বিভাগ অনুসৰি আলোচনা কৰা হ'ল।

# আধুনিক সাহিত্য ঃ কাব্য আৰু কবিতা

. . . . . . . . . . . . . . . . . . . . . . . . . . . . . . . . . .

## [ ৰোমাণ্টিছিজিম ]

অনুবাদমূলক, আদৰ্শবাদী, ভক্তিৰসসিক্ত স্তুবপ্রধান বৈষ্ণৱ কিম্বা অনাবৈষ্ণৱ ধৰ্মসৰ্বস্ব অসমীয়া কাব্য আৰু কবিতাৰ আদৰ্শৰ দ্রুত পৰিৱৰ্তনৰ সূচনা হ'ল। জোনাকী যুগৰ পাশ্চাত্য কোবাল বতাহে অসমীয়া কবিতাকুঞ্জত বাৰুকৈয়ে আলোড়ন তুলিলে। ভাব, আদৰ্শ, দৃষ্টিভঙ্গী, ছন্দ আদিৰ সলনি কৰি যি নৱ উদ্ভাৱিত কৌশল আৰু পৰিবেশৰ নৱ-প্ৰবাহত নতুনত্ব বিজৰিত বাতাবৰণৰ সৃষ্টি কৰিলে সিয়েই হ'ল অসমীয়া সাহিত্যত ৰোমাণ্টিছিজিম। এই নতুন বা-বতাহৰদ্বাৰা পৰিপুষ্ট কবিসকলক ৰোমাণ্টিক বা নৱ-ন্যাসিক কবি আখ্যা দিয়া হয়। এই চাম কবিয়ে প্ৰাকৃতিক নিৰ্জীৱ পদাৰ্থ বুলি উপেক্ষা নকৰি তাৰ লগত আত্মাৰ সম্পৰ্ক স্থাপনৰ প্ৰতিহে অধিক আগ্ৰহশীল হৈ পৰিল। তদুপৰি জাতীয়তাবাদী ভাব-তৰঙ্গই কাব্যত খলকনি লগালে। আধুনিক কল্পনা-প্ৰৱণতাত পাশ্চাত্য চতুৰালি তথা কলা-কৌশলৰ অনুশীলনত কাব্যৰ বিকাশ বহুমুখী হৈ পৰিল। বৰ্ণনামূলক খণ্ড বা গীতি কবিতা আত্ম-সচেতন কাহিনীগীতি বা বেলাডৰ সূচনা হ'ল। শোক কবিতা ( Elegy ), চতুৰ্দশপদী কবিতা ( Sonet ), দীঘলীয়া বৰ্ণনা-প্ৰধান কবিতা, হাস্যৰসাত্মক বা ব্যঙ্গাত্মক কবিতা আদি ভিন্নৰূপী কাব্যিক ব্যঞ্জনাৰদ্বাৰা অসমীয়া কাব্যকানন জাতিস্কাৰ হৈ পৰিল। এই যুগৰ অসমীয়া কাব্যৰ আন বৈশিষ্ট্যৰ ভিতৰত অমিত্ৰাক্ষৰ ছন্দৰ প্ৰৱৰ্তন, ভাৰতীয় অতীন্দ্ৰিয়বাদ আৰু আধ্যাত্মবাদৰ অভিব্যঞ্জনা। জোনাকীৰদ্বাৰা প্ৰতিস্থাপিত কবিতাৰ ৰোমাণ্টিক ভাৱধাৰা আৰু আদৰ্শই প্ৰায় অৰ্ধ শতাব্দীকাল ধৰি অসমীয়া কাব্যক বহু পৰিমাণে



গতিশীল কৰি তোলে। এই যুগৰ কবিসকলৰ আটাইতকৈ মন কৰিব লগীয়া কথা হ'ল, কবিৰ কল্পনাই পূৰ্ব-প্ৰচলিত কাব্যৰ সুনিৰ্ধাৰিত পথ-পৰিধি অতিক্ৰম কৰি জীৱনৰ প্ৰত্যক্ষ প্ৰবাহৰপৰা প্ৰেৰণা আহৰণ কৰিবলৈ ক্ৰমশঃ সক্ষম হৈ পৰিল অৰ্থাৎ আধুনিকতাৰ লক্ষণ আৰু ভৱিষ্যতৰ পূৰ্বাভাসৰ ৰশ্মিৰেখা এই যুগৰ বিশেষকৈ 'জোনাকী স্তৰ'ৰ কবিসকলৰ কাব্যৰ মাজেদি উষাৰ কিৰণৰ দৰে উদ্ভাসিত হৈ উঠিল।

চন্দ্ৰকুমাৰ আগৰৱালা এইসকল কবিৰ সৰ্বাগ্ৰণী। তেজপুৰৰ এই উদীয়মান সাহিত্যিকজনা 'জোনাকী'ৰ প্ৰথম সম্পাদকৰূপে থকা কালছোৱাত সাহিত্যক্ষেত্ৰত এটা আদৰ্শ সংস্থাপন কৰে; 'জোনাকী'ত প্ৰকাশিত প্ৰথম অসমীয়া ৰোমাণ্টিক কবিতা "বন কুঁৱৰী" এওঁৰেই ৰচনা। তেওঁৰ কবিতাপুথি "প্ৰতিমা"ৰ সৰহখিনি কবিতা আৰু "বীণ বৰাগী" বাঁহীত প্ৰকাশ পোৱাৰ পিছতহে স্বকীয়াভাৱে পুথি আকাৰত ছপা হৈ ওলায়। দুয়োখন পুথিয়ে চন্দ্ৰকুমাৰক দাৰ্শনিক আৰু চিন্তাশীল কবিৰূপে চিনাকি দিয়ে। এওঁৰ কবিতা প্ৰাচ্য আৰু পাশ্চাত্যৰ ভাৱ, আদৰ্শ আৰু কাব্যৰীতিৰ মিলন-সেতু। চিন্তাশক্তি তীব্ৰ যদিও কবিৰ প্ৰকাশিকা শক্তি সৰল, সহজ আৰু পোনপতীয়া ভাষাময়ী ছন্দৰ সাবলীল গতিয়ে কবিতাবাজি অধিক সুখপাঠ্য কৰি তুলিছে। বিষমতাৰে পৰিপূৰ্ণ পুৰণি পৃথিৱীত 'নতুন সৃষ্টিৰ অৰুণ কিৰণে কৰোক সকলো শুচি' বুলি আশাবাদী কবিয়ে নতুন সমাজ ৰচনা কৰিবলৈ যাওঁতে কাব্যত সত্য আৰু সুন্দৰে অভিন্নৰূপ লাভ কৰিছে। তেওঁৰ চকুত মানুহ বিশ্বজগতৰ কেন্দ্ৰস্বৰূপ ঃ

মানুহেই দেৱ, মানুহেই সেৱ, মানুহ বিনে নাই কেৱ।
কৰাঁ কৰাঁ পূজা পাদ্য অৰ্ঘ্য লই জয় জয় মানৱ দেৱ॥

সৌৰভ আৰু প্ৰাণৰ মিলনৰ প্ৰতীক লোকগীতিৰ জলকুঁৱৰী, বনকুঁৱৰী, তেজীমলা আদিৰ বুকুৰ দৰদ আৰু 'আম-তলৰ টুক্

টুক্ চাপৰি বোৱা যখিনী' কিশোৰীৰ জীৱনৰ সাৰ্থক স্থিতিয়ে চন্দ্ৰকুমাৰক ভাবগম্ভীৰ আৰু সহানুভূতিশীল শিল্পীৰূপে পৰিচয় দিয়ে। বিশ্ব প্ৰকৃতিৰ প্ৰেমময় ৰূপ, মানৱ প্ৰীতি আৰু অতি প্ৰাকৃত পৰিবেশ সৃষ্টিৰ মাজেদি বস্তুবাদী জগতৰ আগত তেওঁ আজীৱন সৌন্দৰ্য সাধনাৰ কথা ঘোষণা কৰিলে ঃ

'সুন্দৰৰ আৰধনা জীৱনৰ খেল।" সুন্দৰৰ পূজাৰ মাজেদি "পুৰণি পৃথিৱীক ন-কৈ চাবলৈ' হাকুলি বিকুলি কৰা কবিজনাৰ মানস পটতেই আকৌ 'সংসাৰ মোৰেই পূৰ্ণ দেখোঁ, আছোঁ মাথোঁ নিৰঞ্জন মই', ছবিটিও ভাহি উঠিছে।

কবিতাৰাজিৰ উপৰিও সংবাদিকতাৰ যোগেৰেও তেওঁ অসমীয়া ভাষা সাহিত্যৰ প্ৰগতিত নানাভাৱে বৰঙণি যোগাই গৈছে।

লক্ষ্মীনাথ বেজবৰুৱা আধুনিক সাহিত্যিকসকলৰ যুগনায়ক। এইগৰাকী প্ৰতিভাশীল সাহিত্যিকে বিশ্বকবি ৰবীন্দ্ৰনাথৰ দৰে সকলো প্ৰকাৰ সাহিত্য ৰচনা কৰিবলৈ প্ৰয়াস পাইছিল। জোনাকীৰ অন্যতম হোতা হিচাপে তেওঁ ৰোমান্টিক আন্দোলনত সক্ৰিয় অংশ লৈ পিছত "বাঁহী"ৰ জৰিয়তে অসমীয়াক জাতীয় প্ৰেমৰ মন্ত্ৰেৰে দীক্ষিত কৰিবলৈ সক্ষম হৈছিল। আনকি পৰৱৰ্তী "আৱাহন"ৰ কালতো তেওঁৰ শক্তিশালী লিখনীৰ গতি অব্যাহত আছিল। 'কবিতা হয় যদি হওক নহয় যদি নহওক' বুলি গোটোৱা কবিতালানিৰ যি কেইটা কবিতা আছে তাক "সোণ পানীৰে ছপাই বন্ধাই ৰখাহে যুগুত।" বেজবৰুৱাৰ কৃপাবৰী দৃষ্টিৰ কবিতাখিনি হাস্যৰসসিক্ত ব্যঙ্গাত্মক কবিতা আৰু স্বনামত ৰচিত কবিতাখিনি ৰোমান্টিক ভাৱগন্ধেৰে আমোলমোল। "ধনবৰ ৰতনী", "ৰতনীৰ বেজাৰ", "মালতী", "নিমাতী কন্যা" লোকগীতি বা বেলাডৰ অনুকৰণত ৰচিত সাৰ্থক প্ৰেমমূলক কবিতা। আনহাতে প্ৰেম চঞ্চল ভাবাবেগ উপচি পৰা প্ৰণয়মূলক কবিতা হিচাপে তেওঁৰ "প্ৰিয়তমা", "প্ৰেম" আৰু "প্ৰিয়তমাৰ সৌন্দৰ্য" অপূৰ্ব নিদৰ্শন।



প্ৰিয়তমাৰ ইন্দ্ৰিয়গ্ৰাহ্য আৰু গুণজ প্ৰেমতেই কবি কেৱল আত্মহাৰা হোৱা নাই, বিশ্বচৰাচৰো সেই প্ৰেমৰ কেন্দ্ৰ কৰি প্ৰদক্ষিণ কৰিব লাগিছে ঃ

"প্ৰেমত ঘূৰিছে ভূমণ্ডল,
প্ৰেমত ফুলিছে শতদল।"

কবিৰ প্ৰেম-অনুৰাগমূলক কবিতা কেইটাত ৰোমান্টিক কবিতাৰ অনুভূতিশীলতা ভাৱপ্ৰৱণতা আৰু প্ৰকাশৰ আতিশয্য মন কৰিব লগীয়া।

বেজবৰুৱাৰ কবিতাত ধ্বনিত হোৱা আন এটি হিয়ামন চুই যোৱা সুৰ হ'ল জাগ্ৰত স্বদেশানুৰাগ আৰু স্বজাতি প্ৰীতি। "অসম সঙ্গীত", "বীণ আৰু বৰাগী", "অ' মোৰ আপোনাৰ দেশ" আদি এই বিধ কবিতাৰ মাজেদি আশাবাদী কবিয়ে অতীতৰ জাতীয় কীৰ্তিকলাপৰ স্মৰণ কৰি "গা বীণ গা, অমৃত সঙ্গীত শুকানে মেলক কুঁহি" বুলিয়েই ক্ষান্ত হোৱা নাই, তাৰ লগতে নৈৰাশ্যৰ মাজৰপৰা দেশবাসীক বীৰদৰ্পে আগ বাঢ়ি আহিবলৈ উদাত্তকণ্ঠে আহ্বান জনাইছে।

"বাজক ডবা, বাজক শঙ্খ, বাজক মৃদং খোল,
অসম আকৌ উন্নতি পথত জয় আই অসম বোল।"

সেই আশাবাদত উৎফুল্ল কবি কণ্ঠৰপৰা ওলাই অহা বিজয়োল্লাস। সৰল জাতীয় প্ৰেম, হাস্যমধুৰ ভেঙুচালি আৰু ভাবগম্ভীৰ আধ্যাত্মিক ৰসেৰে উপচি পৰা তেওঁৰ কবিতাৰ মাজেদি অন্তঃস্ৰোতৰ দৰে প্ৰবাহিত গভীৰ আশাবাদে কবিক উচ্চাসনত প্ৰতিষ্ঠা কৰিছে।

হেমচন্দ্ৰ গোস্বামী "জোনাকী" প্ৰতিস্থাপক ত্ৰিমূৰ্তিৰ তৃতীয় ব্যক্তি। স্কুলীয়া কালৰেপৰা সাহিত্যচৰ্চা কৰিবলৈ লোৱা এইজনা ৰোমান্টিক কবিয়ো অ-ভা-উ-সা-সভাৰ 'জোনাকী'ৰ এজন ঘাই পৃষ্ঠপোষক হৈ পৰে। "ফুলৰ চাকি" ৰোমান্টিক আদৰ্শত ৰচিত

কাবতাৰ সংকলন। জোনাকীত প্ৰকাশিত "কাকো আৰু হিয়া নিবিলাওঁ", "পুৰা", "জোনাকী" আদি প্ৰথম শ্ৰেণীৰ ৰোমাণ্টিক কবিতা।

"বৰষা অনন্ত কাল জ্ঞানৰ পোহৰ,
জ্যোতির্ম্ময়ী জোনাকী সবিতা"

বুলি ওলাই অহা "পুৰা"ৰ গীত মধুৰ সুৰে কবিৰ আশাবাদৰ পূৰ্ণ পৰিচয় দাঙি ধৰে। এওঁ প্ৰথম চতুৰ্দশপদী কবিতা বা ছনেটৰ লিখক। ইটালীয় ছনেটৰ ভাবাদৰ্শ আৰু আঙ্গিক বিশেষকৈ ভাবৰ স্তৱ বিন্যাস আৰু শেষাক্ষৰৰ মিলন-ৰীতিৰ লক্ষণ এওঁৰ প্ৰথম ছনেট 'প্ৰিয়তমাৰ চিঠি'তো অটুট আছে। উপমা প্ৰয়োগ আৰু আঙ্গিকৰ ফালৰপৰা *প্ৰেমৰ কবিতাখিনিয়ে এইজনা* কবিৰ মৌলিক প্ৰতিভাৰ *চিনাকি দিয়ে।*

**পদ্মনাথ গোহাঞিঃ বৰুৱাই** "জোনাকী", "বিজুলী", আৰু "উষা"ৰ যোগেদি সাহিত্যচৰ্চা কৰিবলৈ প্ৰয়াস পাইছিল। "লীলা" নামৰ অমিত্ৰাক্ষৰ ছন্দত ৰচিত আত্মজীৱনীমূলক ঘৰুৱা কাব্যৰ বাহিৰেও "জুৰণি" আৰু "ফুলৰ চানেকি" দুখন কবিতা পুথি ৰচনা কৰি গৈছে। এওঁৰ কবিতাসমূহ মূলতঃ বৰ্ণনা প্ৰধান; 'ওৰণি', 'মঘাই' আদি কবিতাত আকৌ ৰোমাণ্টিক ভাবধাৰাৰ বিকাশ মন কৰিব লগীয়া। 'কৰি', 'কৰিতা', 'কল্পনা' আদি কবিৰ কল্পনা আৰু প্ৰকাশভঙ্গীৰ পিনৰপৰা ছনেটৰ সাৰ্থক নিদৰ্শন।

**আনন্দচন্দ্ৰ আগৰৱালা** "জোনাকী"ৰ আন এজন নিয়মীয়া লিখক। কেজনমান বন্ধুৰ লগ লাগি প্ৰথমতে তেওঁ "ধৰ্ম্ম সঙ্গীত" নামৰ এখন গীতৰ পুথি উলিয়ায়। "কোমল পাঠ"; "শিশুপাঠ" আৰু "জিলিকণি" তেওঁৰ প্ৰধান কবিতাৰ পুথি। তেওঁ বিদেশী ভাষাৰ কবিতাৰ অনুবাদৰ প্ৰতিও আকৃষ্ট হৈছিল; 'জীৱন সঙ্গীত', 'সুখৰ ঠাই', 'চহা আৰু পণ্ডিত' আদি অনুবাদ কবিতাবোৰ তেওঁৰ মৌলিক কবিতাতকৈও বেছি জনপ্ৰিয় হৈ পৰিছিল।



**চন্দ্ৰধৰ বৰুৱাৰ** একমাত্ৰ কবিতাৰ পুথি 'ৰঞ্জন'ত প্ৰণয়মূলক, প্ৰকৃতি বিষয়ক ধেমেলীয়া আৰু ব্যঙ্গাত্মক কবিতাৰ লগতে কেইটামান ভাব গধুৰ কবিতায়ো ঠাই পাইছে। 'ধূলিকণা মই' তেওঁৰ শ্ৰেষ্ঠ কবিতা। "কামৰূপ জীয়াৰী" আৰু "বৃত্ৰাসুৰ বধ" কাব্য আৱাহনত ধাৰাবাহিকভাৱে প্ৰকাশ হৈ বৰ্তমান সুকীয়া পুথি আকাৰত ওলাইছে। বৰুৱাৰ কাব্যৰ ছন্দ-ৰীতিত বঙ্গৰ মধুসূদন দত্ত আৰু গিৰীশ ঘোষৰ প্ৰভাৱ মন কৰিব লগীয়া।

**হিতেশ্বৰ বৰবৰুৱা** অমিত্ৰাক্ষৰ ছন্দত সাৰ্থক কাব্য প্ৰণেতা হিচাপে অদ্বিতীয়। "তলসৰা ফুলৰ আঁজলি" আৰু "অসম কুসুম" পুথিৰ পাতত তেওঁৰ স্কুলীয়া কালৰ কবিতাবোৰ সংৰক্ষিত হৈছে। "ঢোপাকলি", "মালচ" আৰু "চকুলো" তেওঁৰ প্ৰকাশিত কবিতা-পুথি। শেষৰ দুয়োখনেই ব্যক্তিগত ছনেটৰ সংগ্ৰহ। "মালচ" প্ৰথম অসমীয়া ছনেটৰ পুথি। করুণ ৰস তথা দুঃখ-শোকৰ করুণ বিননি তেওঁৰ কবিতাৰ প্ৰাণবায়ু। তেওঁৰ "কমতাপুৰ ধ্বংস", "বিৰহিনী বিলাপ কাব্য", "তিৰুতাৰ আত্মদান", "যুদ্ধক্ষেত্ৰত আহোম ৰমণী বা মূলা গাভৰু" কাব্য অমিত্ৰাক্ষৰ ছন্দত ৰচিত। অসম বুৰঞ্জীৰপৰা আহৰণ কৰা বিষয়বস্তুৰে এই কাব্য কেইখন সমৃদ্ধ হৈছে। ভাষাৰ গম্ভীৰ প্ৰকাশভঙ্গী আৰু স্বদেশ প্ৰীতিৰ তীব্ৰ প্ৰকাশৰ বাবে বৰবৰুৱাৰ কাব্যৰ ঘটনা-প্ৰবাহ গতিশীল আৰু প্ৰাঞ্জল হৈছে। ইংৰাজী সাহিত্যৰ আলম লৈ ৰচনা কৰা "ডেচ্‌ডিমোনা" আৰু "অঙ্গিলা" আন দুখন কাব্যই বৰবৰুৱাৰ কাব্য প্ৰতিভাৰেই পৰিচয় দিয়ে। দীঘলীয়া বৰ্ণনা প্ৰধান কথা-কাব্য আৰু নিভাঁজ অসমীয়াত অমিত্ৰাক্ষৰ ছন্দত কবিতা ৰচনাত বৰবৰুৱা সিদ্ধহস্ত। অনুবাদ কাব্য প্ৰণেতা হিচাপেও তেওঁৰ কৃতিত্ব স্বীকাৰ নকৰি নোৱাৰি।

**ৰঘুনাথ চৌধাৰী** "জোনাকী" যুগৰ আন এগৰাকী প্ৰথম পৰ্যায়ৰ কবি। "জোনাকী"ৰ বাহিৰেও "আলোচনী", "বাঁহী"

আদিতো তেওঁৰ কবিতা প্ৰকাশ পাইছিল। "সাদৰী", "কেতেকী" আৰু "দহিকতৰা" তেওঁৰ কবিতা পুথি। চৌধাৰীৰ কবিতাৰ প্ৰথম ধাৰাটো প্ৰকৃতি বিষয়ক, ঘাইকৈ চৰাই আৰু ফুল সম্পৰ্কীয় আৰু দ্বিতীয় ধাৰাটো ভগৱৎ প্ৰেম আৰু বৈৰাগ্যভাৱ প্ৰকাশক অৰ্থাৎ সংসাৰক অস্বীকাৰ কৰা হা-হুতাশ আৰু কৰুণতাৰে ভৰা নিঃসঙ্গ জীৱন সম্পৰ্কীয়। জড়জগত আৰু জীৱজগত উপচিপৰা আনন্দৰ ভাগ লব নোৱাৰি কবিয়ে আক্ষেপ কৰিছে। "প্ৰিয় বিহঙ্গিনী", "কেতেকী", "দহিকতৰা" আদি চৰাই বিষয়ক কবিতাৰ জৰিয়তে প্ৰকৃতিৰ লগত সম্পৰ্ক স্থাপন কৰিবলৈ প্ৰয়াস পাইছে, লগে লগে কবিৰ *ব্যক্তিগত জীৱনৰ* ব্যথাৰ সুৰও ধ্বনিত হৈছে। "গোলাপ" "ভেটফুল", "গিৰিমল্লিকা" আদি ফুল সম্পৰ্কীয় কবিতাবোৰৰ মাজেদি ভাগৱৎ-প্ৰেম প্ৰকাশ পাইছে। আকৌ, "ভিক্ষা", "বিষাদ", "মৰণ", "বৈৰাগ্যৰ কথা", "ফুলশয্যা" আদি কবিতাত কবিৰ সাংসাৰিক ভোগ-লালসাৰ প্ৰতি বিৰাগ আৰু ভগৱৎ-বিশ্বাস প্ৰকাশ পাইছে। ভাষা, ৰচনাশৈলী বিশেষকৈ শব্দচয়ন, উপমা প্ৰয়োগ, ছন্দসৃষ্টি আদি বিবিধ বিষয়ত তেওঁৰ কবিতাত ধ্ৰুপদী কাব্য-ৰীতি পৰিলক্ষিত হয়। চৌধাৰীৰ কবিতাত ইংৰাজী কাব্যৰ প্ৰভাৱৰশ্মি ম্লানমুখী, কিন্তু প্ৰাচীন দেশীয় কাব্য তথা সংস্কৃত কাব্যৰ আলোকৰেখা স্পষ্ট।

মহৰমৰ কৰুণ কাহিনীৰ ওপৰত প্ৰণীত "কাৰবালা" কাব্যৰ শব্দচয়ন আৰু ভাষাৰ প্ৰয়োগত আৰবীয় পৰিবেশ সৃষ্টিত সাৰ্থকতা মন কৰিব লগীয়া।

চৰাই বিষয়ক কবিতাসমূহৰ সৰৱৰহিতা আৰু মনোগ্ৰাহিতাৰ বাবে চৌধাৰীক "বিহগীকবি" ৰূপে অভিহিত কৰা হয়।

**দুৰ্গেশ্বৰ শৰ্মাৰ** প্ৰথম কবিতা "ল'ৰাকাল" গুৱাহাটীৰপৰা প্ৰকাশিত "জোনাকী"ত ওলায়। "অঞ্জলি" আৰু "নিবেদন" পুথিত তেওঁৰ কবিতাসমূহ সন্নিবিষ্ট হৈছে। ওৱৰ্ডওৱৰ্থৰ "লুচি"



কবিতাৰ তেওঁ চমৎকাৰ অনুবাদ প্ৰকাশ কৰি গৈছে। তেওঁৰ কবিতাত দাৰ্শনিক ভাৱৰ অনুলেপন মন কৰিব লগীয়া। ভাৰতীয় দৰ্শনৰ প্ৰভাৱ যেনে, আত্মাৰ স্থায়িত্ব, জীৱন উপভোগৰ তীব্ৰ আকাঙ্ক্ষা তেওঁৰ কবিতাৰ প্ৰধান বৈশিষ্ট্য। অনুভূতিশীল বৰ্ণনাত কবি সিদ্ধহস্ত। তেওঁৰ কবিতাৰ ভাষা সৰল; নিৰলঙ্কাৰ হৈও কেৱল ঘৰুৱা কোমল ভাষাই অধিক কবিত্বময়ী ৰূপ লাভ কৰিছে।

**নীলমণি ফুকন** দুৰ্গেশ্বৰ শৰ্মাৰ দৰে ভাৰতীয় দৰ্শনিক ভাৱধাৰা তথা অতীন্দ্ৰিয়বাদৰদ্বাৰা প্ৰভাৱান্বিত কবি। "আৱাহন" আৰু "আলোচনী"ৰদ্বাৰা অনুপ্ৰাণিত হৈ "জ্যোতিকণা"ৰ জৰিয়তে কবিৰূপে আত্মপ্ৰকাশ কৰাৰ পিছত তেওঁ "গুটিমালি", "জিঞ্জিৰি", "মানসী" আৰু "সন্ধানী" কবিতা পুথি প্ৰকাশ কৰে। ছনেটৰ অনুকৰণত লিখা "জ্যোতিকণা"ৰ কবিতাত ঈশ্বৰ সম্পৰ্কে কবিৰ বক্তব্য প্ৰকাশ পাইছে। "শতধাৰা"ৰ কবিতাবোৰ আধ্যাত্মিক ভাবৰ পৰিস্ফূৰক। "মানসী"ৰ কবিতা সম্ভাৰে আকৌ ফুকনৰ এক ৰহস্যবাদী সৌন্দৰ্যানুভূতিৰ ভুৱন ভুলোৱা পোহাৰ মেলি ধৰিছে।

**যতীন্দ্ৰনাথ দুৱৰা** ৰোমাণ্টিক কবিসকলৰ দ্বিতীয় চাম অৰ্থাৎ "বাঁহী" আৰু "আলোচনী" কালৰ এগৰাকী শ্ৰেষ্ঠ কবি। বেজ-বৰুৱাৰ সান্নিধ্য-সংস্পৰ্শলৈ অহাৰ পিছত তেওঁ কাব্য ৰচনা কৰিবলৈ অনুপ্ৰেৰণা পাইছিল। "ওমৰ-তীৰ্থ" ওমৰ খৈয়ামৰ ৰুবায়াতৰ সৰল ভাঙনি; খৈয়ামৰ নৈৰাশ্যজনিত ভোগবাদী দৰ্শনৰ তীব্ৰতা দুৱৰাৰ এই ভাঙনিত বহু পৰিমাণে সৰল হৈ পৰিছে। "আপোনসুৰ" আৰু "বনফুল"ৰ কবিতাৰাজি আত্মকেন্দ্ৰিক, ব্যক্তিগত ব্যৰ্থতাময় প্ৰেম-প্ৰণয় আৰু সাংসাৰিক বিষাদ কৰুণতাৰে উপচি পৰিছে। শোকৰ বিননি তথা বিষাদ প্ৰৱণতা তেওঁৰ কবিতাৰ প্ৰধান বিশেষত্ব। সৌন্দৰ্য উপাসক দুৱৰা আচলতে প্ৰেমৰহে কবি; তেওঁৰ চকুৰ আগত কেৱল প্ৰেমৰ সপোন আৰু

প্ৰেমৰ কবিতাহে দোদুল্যমান। অকলশৰীয়া নাৱৰীয়া বা বাটৰুৱাৰ প্ৰতীকৰ সহায়ত ব্যক্তিগত সঙ্গীহীন জীৱনৰ গভীৰ মৰ্মবেদনাৰ মাজতো প্ৰাকৃতিক সৌন্দৰ্যৰ সুধা পানত আপোন পাহৰা ঃ

"মোৰ গান ময়ে গাওঁ
শুনি শুনি ময়ে তল যাওঁ।"

দুৱৰা কেৱল খৈয়াম আৰু হাফেজৰ কাব্যালোকৰদ্বাৰাই প্ৰভাৱান্বিত নহয়, ইংৰাজী সাহিত্যৰ উজ্জ্বল তাৰকা শ্বেলী, টেনিছন, গ্ৰে আদিৰদ্বাৰাও প্ৰভাৱান্বিত হৈছে।

অম্বিকাগিৰী ৰায়চৌধুৰী এই যুগৰ আন এগৰাকী প্ৰথম শ্ৰেণীৰ অতীন্দ্ৰিয়বাদী কবি। ছায়াবাদী ভাবাপন্ন কোমলসুৰীয়া কবিতাখিনিৰ বাহিৰেও তেওঁৰ ভালেমান কবিতাৰ মাজেদি জাতীয়তাবাদৰ শঙ্খ-নিনাদ ধ্বনিত হৈছে। তেওঁৰ "তুমি" কাব্য অতল আধ্যাত্মিকতাৰ চমৎকাৰ নিদৰ্শন। "বীণা" কাব্যতো তৰুণ প্ৰেমিকৰ নানা সপোনৰ মাজেদি অনন্ত প্ৰেমৰ সুৰ ধ্বনিত হৈছে। তেওঁৰ উগ্ৰ জাতীয়তাবাদ আৰু বিপ্লৱীমনৰ পূৰ্ণ পৰিচয় দিয়ে "অনুভূতি", "স্থাপন কৰ স্থাপন কৰ", "আজি বন্দো কি ছন্দেৰে" আৰু "বেদনাৰ উল্কা"ৰ কবিতাসমূহে। ওজস্বিতাপূৰ্ণ ভাষা, শব্দচয়ন আৰু ছন্দৰ বলীষ্ঠ প্ৰবাহ ৰায়চৌধুৰীৰ কবিতাৰ বিশেষত্ব।

পদ্মধৰ চলিহা ঘাইকৈ গীতি কবিহে; "ফুলনি", "স্বৰাজ সঙ্গীত", "গীত লহৰী" এই শ্ৰেণীৰ কবিতাৰ পুথি। "শৰাই" আৰু "ৰংপুৰে কথা কয়" স্বদেশী তথা জাতীয়ভাবৰ উম সনা তেওঁৰ আন দুখনি কবিতাৰ পুথি। স্বদেশী আন্দোলনৰ সবল সংগঠনত এই গীতবোৰে যথেষ্ট সহায় কৰিছিল; আনকি বহু সময়ত তেওঁৰ গীতে বঙালী গীতৰ জনপ্ৰিয়তাকো চেৰাই গৈছিল।

ৰত্নকান্ত বৰকাকতী "শেৱালি", "তৰ্পণ" আৰু "চন্দ্ৰহাৰ"



এই তিনিখন কবিতা পুথিৰ ৰচক। সংখ্যাত কম হলেও তেওঁৰ কবিতাখিনি অসমীয়া কাব্য কানন মলমলাই যোৱা বহুমূলীয়া সুগন্ধি ফুল। প্ৰেম-প্ৰীতিৰ চাঞ্চল্য-চপলতাৰে জীপাল হলেও "শেৱালি"ৰ কবিতাৰাজিয়ে দাৰ্শনিকতাৰ মোহনীয় পুলক এৰাব পৰা নাই। তেওঁৰ কবিতাখিনি মূলতঃ 'কবি আৰু কাব্য, জগত আৰু জীৱন, নানা শোক আৰু আনন্দ সম্পৰ্কীয় ভাবেৰে পৰিপূৰ্ণ।' অতীন্দ্ৰিয় প্ৰেমতকৈ বৰকাকতীয়ে "যুৱক-যুৱতীৰ মন ৰেঙাই বোলাই অবুজ বেথাৰ জাল সৃষ্টি কৰা ঐহিক প্ৰেম"ৰহে মৰ্যাদা স্বীকাৰ কৰে। ধ্বনিপ্ৰধান ভাষাৰ প্ৰয়োগ আৰু শ্বাসাঘাতপূৰ্ণ ছন্দৰ সংযোগত এওঁৰ কবিতা অধিক সুখপাঠ্য হৈ পৰিছে। সেইবুলি ৰাবীন্দ্ৰিক প্ৰভাৱ সূৰ্যৰ ৰশ্মিৰেখা বৰকাকতীৰ কবিতাৰ-পৰা মচি পেলাবৰ উপায় নাই।

ডিম্বেশ্বৰ নেওগ কবি আৰু কাব্য সংগ্ৰাহক হিচাপে সকলো পাঠকৰে সুপৰিচিত। এইজনা কবিৰ সাহিত্য সাধনাৰ আদিছোৱা কাব্যময়; প্ৰায়খিনি কবিতা ডেকা বয়সৰ ৰচনা। "মালিকা", "থুপিতৰা", "মালতী", "ইন্দ্ৰধনু", "শ্বহীদ কাৰবালা", "মেঘদূত", "অসমা", "বিচিত্ৰা" আৰু "থাপনা" এওঁৰ কবিতাৰ পুথি। গীতৰ পুথি "সঁফুৰা" আৰু ছনেট বা চতুৰ্দশপদী কবিতাৰ পুথি "মুকুতা"ৰ নামো এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি। ভাবচঞ্চল বিলাসিতা-ময় প্ৰেম-প্ৰণয়, স্বদেশপ্ৰীতি আৰু আশাবাদিতা নেওগৰ কবিতাৰ ঐশ্বৰ্য-বিভৱ। "স্বৰ্গপুৰী", "বুৰঞ্জীলেখক", "মোৰগাঁও" আদি কবিতাত প্ৰকাশিত কবিৰ শব্দচয়ন, ছন্দৰীতি আৰু ভাবাবেগৰ আন্তৰিকতাই যি কোনো পাঠকৰ মনত আনন্দ দিব পাৰে। "আকুল পথিক" আৰু "ভোগজৰা" লোকগীতি সংগ্ৰহৰ উপৰিও নেওগৰ "কাব্যপ্ৰতিভা" আধুনিক কবিতাৰ উল্লেখযোগ্য সঞ্চয়ন।

প্ৰসন্নলাল চৌধুৰী বঙ্গৰ বিদ্ৰোহী কবি নজৰুল ইচলামৰ পৰ্যায়ৰ কবি। "অগ্নিমন্ত্ৰ"ত সন্নিবিষ্ট কবিতাৰাজিৰ উপৰিও এওঁৰ

আৰু কিছুমান কবিতা অন্যান্য ঠাইত সিঁচৰিত হৈ আছে। 'বীৰত্ব-ব্যঞ্জক বলীষ্ঠ ভাষা আৰু ভাবৰ উপযোগী গতিশীল ছন্দ, ধন্যাত্মক শব্দচয়ন'ৰদ্বাৰা পৰিপুষ্ট এওঁৰ কবিতাসমূহত স্বদেশপ্ৰীতিৰ তীব্ৰ উষ্মা, আৰু পৰাধীন পঙ্কিলময় সমাজৰ ঠাইত মানৱতাৰ ভেটিত নতুন সমাজ গঠনৰ আন্তৰিকতা সুন্দৰভাৱে প্ৰকাশ পাইছে।

**পাৰ্বতীপ্ৰসাদ বৰুৱা** কবি যদিও এওঁ আচলতে গীতিকাৰহে। "সোণৰ সোলেঙ", "ভঙা টোকাৰিৰ সুৰ", "গুণগুণনি", "লুইতী" আৰু "শুকুলা ডাৱৰ আৰু কঁহুৱা ফুল" পুথিত প্ৰায় দুকুৰি বছৰ কালৰ নানা সময়ত লেখা গীতবোৰ সন্নিবিষ্ট হৈছে। লোকগীতিৰ অনুকৰণত ৰচিত এই গীতবোৰৰ ভাষা সৰল আৰু উপমা আদি প্ৰয়োগত ঘৰুৱা কোমল ভাব বিদ্যমান। এওঁৰ কিছুমান কবিতাত ভাবুকতা তথা মিষ্টিক সুৰৰ মৃদু কম্পনৰ মাধুৰ্য মন কৰিব লগীয়া।

**বিনন্দ বৰুৱাৰ** "শঙ্খধ্বনি" আৰু "প্ৰতিধ্বনি" উল্লেখযোগ্য কবিতাৰ পুথি। তেওঁ কাব্য-চৰ্চাৰ প্ৰেৰণাৰ উৎস হ'ল স্বদেশৰ অতীত কীৰ্তি-কাহিনী। স্বদেশ প্ৰীতিমূলক জাগৰণী কবিতা ৰচক বুলি তেওঁক অসমৰ 'চাৰণ কবি' বুলিবও পাৰি। জাতীয় গৌৰৱৰ উদ্দীপনা, অতীত গৌৰৱৰ উন্মাদনা আৰু চিত্ৰ প্ৰধান বৰ্ণনাই তেওঁৰ মৌলিক প্ৰতিভা তথা কবিত্ব শক্তিৰ পৰিচয় দিয়ে। শব্দচয়ন, ঘৰুৱা উপমা, জতুৱাঠাচ-খণ্ডবাক্যৰ প্ৰয়োগ তেওঁৰ কবিতাৰ প্ৰধান বিশেষত্ব।

**অতুলচন্দ্ৰ হাজৰিকা** আন এগৰাকী জনপ্ৰিয় কবি। তেওঁৰ সৰহভাগ কবিতা "বাঁহী", "চেতনা", "মিলন", "আৱাহন", "জয়ন্তী" আদি প্ৰাপ্তবয়স্কৰ আলোচনী আৰু "অৰুণ", "পখিলা", "পাৰিজাত", "জাগৃতি", "অঞ্জলি", "জনশিক্ষা", "দীপক" আদি শিশু আলোচনীত খিচিৰ-মিচিৰ হৈ আছে। "পাঞ্চজন্য" আৰু "দীপালী" কবিতা পুথিত তাৰে ভালেমান কবিতা সন্নিবিষ্ট হৈছে; "মাণিকী মাধুৰী" আৰু "ৰুণুকজুনুক" ক্ৰমে আমোদজনক কাহিনীৰ খুহুতীয়া আৰু স্বদেশ



প্ৰেমমূলক কবিতাৰ শিশু উপযোগী পুথি। চতুৰ্দশপদী কবিতাৰ সমষ্টি "মণিমালা" আৰু অষ্টপদী কবিতাৰ থুপিতৰা "মুকুতামালা"ও আন দুখনি উল্লেখযোগ্য কবিতাৰ পুথি।

সৰল ভাষা আৰু ছন্দৰ সাবলীল গতিয়ে স্বদেশ প্ৰীতি, প্ৰেম, পৌৰাণিক ঐতিহাসিক আদি বিষয়ৰ তেওঁৰ সৰহভাগ কবিতাকে সুখপাঠ্য কৰি তুলিছে। প্ৰকৃতি বিষয়ক কবিতাবোৰৰ মাজেদি অসমৰ ভালেমান নদ-নদী, চৰাই-পক্ষী, ফুল-ফলৰ বৰ্ণনা হাজৰিকাৰ কবিতাৰ আন এটা মন কৰিব লগীয়া বিষয়। সম্ভৱতঃ এই যুগৰ আটাইতকৈ অধিক সংখ্যক কবিতালিখক হিচাপে এওঁৱেই প্ৰথম স্থান পাব।

**নলিনীবালা দেৱী** এই চাম কবিৰ মাজত সাঁজভোটাৰ দৰে অতীন্দ্ৰিয়বাদী কবি হিচাপে জিলিকি থাকিব। তেওঁৰ কবিতাৰ থুপিতৰা হ'ল "সন্ধিয়াৰ সুৰ", "সপোনৰ সুৰ", "পৰশমণি" আৰু "যুগদেৱতা"। আধ্যাত্মিক ভাবৰ প্ৰতিধ্বনি তথা অতীন্দ্ৰিয়ভাবৰ তন্ময়তাৰ সুৰ তেওঁৰ কবিতাত ধ্বনিত হৈছে। প্ৰকৃতিৰ বিশাল বুকুত 'মানুহৰ দুচকুৰ অসীম সৌন্দৰ্য তৃষ্ণা'ৰ শেষ নাই, তাতেই সনাতন সৌন্দৰ্যৰ আঁৰত মুখ লুকাই থকা প্ৰিয়তমৰ লগত কবিৰ মিলন আকাঙ্ক্ষা প্ৰকাশ পাইছে। ভাৰতীয় দৰ্শনৰ ঈশ্বৰমুখী বাদৰ ছত্ৰছায়াত নলিনীবালাৰ কাব্যই পুষ্টি লাভ কৰিছে। স্বদেশপ্ৰীতি তথা দেশীয় সংস্কৃতি আৰু আদৰ্শৰ প্ৰতি গভীৰ শ্ৰদ্ধাৰ অনুলেপনো তেওঁৰ কবিতাত বিৰাজমান। ছন্দৰীতি, শব্দচয়ন আৰু ভাব-ব্যঞ্জনাৰ স্বতঃস্ফূৰ্ত বিকাশৰ ফালৰপৰা তেওঁৰ কবিতাই শ্ৰেষ্ঠতাৰ দাবী কৰিলেও ৰাবীন্দ্ৰিক প্ৰতিভা সূৰ্যৰ ৰশ্মিৰ কিৰণ অস্বীকাৰ কৰিব নোৱাৰে।

**ধৰ্মেশ্বৰী দেৱী বৰুৱানী** আন এগৰাকী ধৰ্মপ্ৰাণা কবি। "ফুলৰ শৰাই" আৰু "প্ৰাণৰ পৰশ" এওঁৰে দুখনি খণ্ড কবিতাৰ পুথি। জীৱনৰ দুঃখ-সুখ—সকলোকে বিশ্বনিয়ন্তাৰ দান বুলি

কবিয়ে মানি লৈছে। জীৱনৰ শ্ৰেষ্ঠ সম্পদ বুলিবলৈ আছে মাথোঁ দুটা বস্তুঃ ঈশ্বৰ বিশ্বাস আৰু প্ৰিয়জনৰ মৰম-প্ৰীতি। সেয়ে আধ্যাত্মিক ভাবাবেগৰ প্ৰাচুৰ্যৰ আগত কবিৰ সাংসাৰিক আৰু দৈহিক অশান্তিও লোপ পাইছে।

এইখিনিতে সম পৰ্যায়ৰ ভাৰতীয় আধ্যাত্মিকতা তথা অতীন্দ্ৰিয়বাদী কবি হিচাপে প্ৰতিষ্ঠা লাভ কৰা উত্তৰকালৰ আন দুগৰাকী মহিলা কবি যমুনেশ্বৰী খাটনিয়াৰ আৰু ৰামেশ্বৰী খাটনিয়াৰৰ নাম প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি।

বকুল বনৰ কবি আনন্দচন্দ্ৰ বৰুৱাৰ "পৰাগ", "পুষ্পক", "ৰঞ্জনৰশ্মি" তিনিখন কবিতাৰ পুথি। হাফেজৰ কবিতাৰ অনুবাদ "হাফিজৰ সুৰ" কবিতাত চুফীবাদৰ ধ্যান-ধাৰণাৰ প্ৰকাশ মন কৰিব লগীয়া। ভাবাবেগৰ তীব্ৰতা, কল্পনাৰ বিলাসিতা আৰু অনুভূতিৰ সুকুমাৰতা তেওঁৰ কবিতাৰ বৈশিষ্ট্য।

গণেশ গগৈ এই যুগৰ অন্যতম জনপ্ৰিয় প্ৰেমৰ কবি। "পাপৰি", "স্বপ্নভঙ্গ" আৰু "ৰূপজ্যোতি" তেওঁৰ কবিতাৰ থুপিতৰা। প্ৰতিদানহীন, এক পক্ষীয় প্ৰেমত বুকু দেই যোৱা জ্বালা-যন্ত্ৰণা আৰু কৰুণ বিননি "পাপৰি"ৰ কবিতাৰ প্ৰাণবায়ু। প্ৰেম আৰু সৌন্দৰ্য-উপাসক কবি গগৈয়ে 'পৰাণে বিচাৰে মোৰ জীৱনৰ মোহ' আৰু 'মউসনা চেনেহৰ কুমলীয়া কোঁহ' বুলি হাকুলি বিকুলি কৰিও কিন্তু তেওঁ পালে প্ৰিয়াৰ নিষ্ঠুৰ আঘাত ; সেই আঘাতকো তেওঁ পিছে নিয়তিৰ দান বুলিয়েই মানি লৈছে। ভাবাবেগৰ তীব্ৰ উষ্মা আৰু কল্পনাৰ চঞ্চল বিলাসিতাৰ উপৰিও অদৃষ্টবাদ আৰু নিৰাশাৰ হা-হুতাশ গগৈৰ কবিতাত যোলঅনা বিৰাজমান। প্ৰেম উপেক্ষিত বিৰহৰ জুইশিখাত দগ্ধ হলেও তেওঁৰ কবিতা ছন্দৰ সাৱলীল গতি, শব্দচয়ন ৰীতি আৰু কোমল মিঠা সুৰীয়া সৰল ভাষাৰদ্বাৰা সমৃদ্ধ।

দেৱকান্ত বৰুৱা সম্ভৱতঃ এই যুগৰ শেষ প্ৰদীপ। তেওঁৰ কবিতাই ৰচনাৰীতি, প্ৰকাশভঙ্গী, ভাবাবেগ আদি নানা দিশৰ



পৰা নতুনত্বৰ দাবী কৰে। প্ৰেমৰ জয়গানৰদ্বাৰা তেওঁৰ কবিতা সঙ্গীত মুখৰ। "সাগৰ দেখিছা" তেওঁৰ কাব্যৰ মনোমোহা সংকলন। এওঁক শেৱালি কবি ৰত্নকান্ত বৰকাকতীৰ শাৰীত থব পাৰি। দেৱকান্ত বৰুৱাই সমাজৰ বিবিধ বিধানৰ বিপক্ষে গুজৰি গুমৰি উঠিছে, ব্যৰ্থতাৰ পুনৰাভিনয় সত্বেও তেওঁৰ কবিতাত প্ৰেমে এক নতুন সাৰ্থকতা লাভ কৰিছে। ব্ৰাউনিঙৰ নাটকীয় নিৰ্জনোক্তিৰ ৰূপ, আদৰ্শ আৰু গদ্যধৰ্মী কাব্যৰীতি গ্ৰহণ কৰি বৰুৱাই কবিতাত নতুন প্ৰাণ প্ৰতিষ্ঠা কৰিলে। "আমি দুৱাৰ মুকলি কৰোঁ" বাস্তৱিকে দেৱকান্ত কবিৰ বন্ধ দুৱাৰ জোৰে খুলি দিয়াৰ সফল আহ্বান।

নতুন কবিতাৰ এৱেঁই প্ৰথম সন্ধানী কবি। সম্ভৱতঃ দেৱকান্ত বৰুৱাৰ "কলংপাৰত" কবিতাটোতে অসমীয়া কবিতাৰ অতি আধুনিক তথা নতুন প্ৰয়োগ ৰীতিৰ প্ৰথম সুৰ ধ্বনিত হৈছে। দেৱকান্তক সেই বাবেই এটা যুগসন্ধি তথা ক্ৰান্তিৰ কবি আখ্যা দিলেও বঢ়াই কোৱা নহয়।

এইসকল কবিৰ উপৰিও জোনাকী যুগৰ আৰু ভালেমান কবিৰ নাম উল্লেখ কৰিব পাৰি। সিসকলৰ ভিতৰত "জোনাকী"ৰ ছত্ৰছায়াৰপৰা আঁতৰি থাকিও যুগুত কৰা মফিজুদ্দিন আহমদ হাজৰিকাৰ একমাত্ৰ কবিতা পুথি "জ্ঞান মালিনী" এই যুগৰ এখনি বহুমূলীয়া কবিতা সংকলন। ঘৰুৱা আৰু প্ৰাঞ্জল ভাষাত ৰচিত এই কবিতাখিনিৰ মূল বস্তু নৈতিক আদৰ্শ। "নিৰ্মালি"ৰ কবি সূৰ্যকুমাৰ ভূঞাই বৈষ্ণৱ কবিতাৰ অনুকৰণত "জয়মতী উপাখ্যান" ভানুনন্দন ছদ্ম নামেৰে ৰচনা কৰি গৈছে। সিংহদত্ত দেৱ অধিকাৰীৰ "কবিতা লহৰী", "ৰেণু", "গীতি মালিকা", "মণিমালা", ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ "চন্দ্ৰ মল্লিকা", "ৰণ-জেউতি", লক্ষ্মীনাথ ফুকনৰ "সোণালী সপোন", দৈৱচন্দ্ৰ তালুকদাৰৰ "প্ৰেমপট", "কুঁহিমলা", "সৌন্দৰ্য", শৈলধৰ ৰাজখোৱাৰ "নিজৰা", ৰেণুধৰ ৰাজখোৱাৰ "পঞ্চকবিতা",

"অসমীয়া ভাই", "দেহাৰ প্ৰলয়" আৰু কমলেশ্বৰ চলিহাৰ "কণমৌ", "মুকুতি", "গুণ গুণ", "ছন্দিতা" এই যুগৰ উল্লেখযোগ্য অসমীয়া কবিতাৰ পুথি। দণ্ডিনাথ কলিতাৰ "ৰহঘৰা", "ৰগৰ", "বহুৰূপী" এই কালৰ লেখত লব লগীয়া ব্যঙ্গাত্মক খুহুতীয়া কবিতাৰ পুথি ; এওঁৰ "অসম সন্ধ্যা" এখনি দীঘলীয়া ঐতিহাসিক কাব্য। উমেশচন্দ্ৰ চৌধাৰী আৰু জ্যোতি প্ৰসাদ আগৰৱালা নিঃসন্দেহে এই যুগৰ জনপ্ৰিয় গীতিকবি। স্বদেশপ্ৰেমৰ মৃদু মধুৰ সুৰ গুঞ্জনধ্বনি আৰু কোমল ভাষাৰ নিমজ অনুলেপনৰ বাবে এই দুগৰাকী কবিৰ কবিতা কিম্বা যি কোনো গানে অসমীয়া পাঠকৰ চিত্ত পৰশি যায়। চৌধাৰীৰ "মন্দাকিনী", "প্ৰতিধ্বনি" গীত-সংকলন আৰু "ত্ৰিবেণী", "অমৃত মন্থন" উল্লেখযোগ্য কবিতাৰ পুথি। আনহাতে জ্যোতিপ্ৰসাদৰ গীতৰ সাৰ্থকতা কেৱল পাঠকৰ হিয়াজয়তেই নহয় ; অসমীয়া সঙ্গীত জগতত এটা নতুন যুগৰ সৃষ্টি কৰাতহে তেওঁৰ চৰম কৃতিত্ব। এওঁৰ নাটকসমূহত থকা গীতবোৰৰ উপৰিও নানা ঠাইত সিঁচৰিত হৈ থকা 'কনকলতা', 'অসমীয়া ল'ৰাৰ উক্তি' আদি কবিতা সমূহে জ্যোতিপ্ৰসাদৰ সৃষ্টিশীল কলাকাৰৰ প্ৰতিভাৰ মনোৰম বিলাসিতাৰ চমৎকাৰ পৰিচয় দিয়ে। এই যুগৰ আন এগৰাকী কবি মহেন্দ্ৰনাথ ডেকাফুকন ; তেওঁৰ "অস্থিবজ্ৰ" আৰু "বেজবৰুৱাৰ গীত" পুৰণি বেলাডৰ অনুকৰণত ৰচনা কৰা কবিতা পুথি। মহেশ্বৰ নেওগৰ "অন্ত্যজা" কবিতাটো এই যুগৰ শেষছোৱাত বাঁহীত প্ৰকাশিত সম্ভৱতঃ প্ৰথম মুক্তক ছন্দৰ কবিতা।

ওপৰত আলোচনা কৰা এই আটাইখিনি কবিকে আকৌ কেইটামান স্তৰত নিৰ্দেশ কৰিব পাৰি। সেই স্তৰ বিভাগ কাব্যৰ সুৰ তথা ভাব-ভঙ্গী বা ৰচনা-ৰীতি আৰু তাৰ বিকাশত বিশেষভাৱে পৃষ্ঠ-পোষকতা কৰি অহা আলোচনী বা সাংস্কৃতিক অনুষ্ঠানৰ কালানুসৰি নিৰ্দেশিত হৈছে। সেই ফালৰপৰা দ্বিতীয় মহাযুদ্ধৰ এটমৰ খাণ্ডৱ দাহৰ প্ৰাকমুহূৰ্তলৈকে অসমীয়া কাব্যৰচনাৰ



প্ৰেৰণাৰ উৎস ৰূপে "জোনাকী"লৈকে আঙুলিয়াব পাৰি। চন্দ্ৰকুমাৰ আগৰৱালাৰপৰা দুৰ্গেশ্বৰ শৰ্মালৈকে কবিসকলক জোনাকীৰ আদি বা প্ৰথম স্তৰ ; যতীন্দ্ৰনাথ দুৱৰাৰপৰা ধৰ্মেশ্বৰী দেৱী বৰুৱানীলৈকে জোনাকীৰ মধ্যম বা দ্বিতীয় স্তৰ ; আৰু গণেশ গগৈৰপৰা পৰৱৰ্তী কবিখিনিক জোনাকীৰ শেষ বা তৃতীয় স্তৰ ৰূপে ভাগ কৰিব পাৰি। জোনাকীৰ বিবিধ স্তৰৰ কবিসকলৰ কাব্য চৰ্চাত ক্ৰমে জোনাকী ( আদি স্তৰ ), বাঁহী-আলোচনী আৱাহন-জয়ন্তী ( মধ্যম স্তৰ ) আৰু আৱাহন-জয়ন্তী-বাঁহী ( ২য় ) ( শেষ স্তৰ ) আদি কাকতে ঘাইকৈ পৃষ্ঠপোষকতা কৰি আহিছে। আদি স্তৰত অসমীয়া কবিতাত এই ভাৱধাৰা তথা ৰোমাণ্টিছিজিমে বিকাশ লাভ কৰে ; মধ্যম স্তৰত সি বিশেষভাৱে অসাৰতা লাভ কৰাৰ পিছত শেষ স্তৰৰ কবিসকলৰ হাতত ৰোমাণ্টিছিজিমৰ পূৰ্বৰ পূৰ্বসুৰীয়া তালৰ পৰিৱৰ্তনৰ সূচনা ঘটে। চমু কথাত, এই যুগৰ অসমীয়া কবিতাৰাজি ৰোমাণ্টিক ভাবাদৰ্শৰদ্বাৰা পৰিপুষ্ট।

'অৰুনোদই'ৰ খ্ৰীষ্টান আৰু অনা-খ্ৰীষ্টান লিখকসকলৰ হাতত কথা-সাহিত্যৰ বিকাশ ঘটে। ভিন্নৰঙী বহু ফুলৰ সুবাসেৰে মল-মলাই যোৱা পুষ্প কাননৰ দৰে ভিন্ন ৰুচিৰ কথা-সাহিত্যৰ বিকাশত আধুনিক কথা-সাহিত্য তথা গদ্য-ৰীতি অধিক আকৰ্ষণীয় হৈ পৰিছে এই কালছোৱাতে। গদ্য-শৈলীৰ বিকাশধাৰাত নানা দিশৰপৰা আধুনিকতাৰ স্পষ্ট বেঙণি মন কৰিব লগীয়া। প্ৰাচীন গদ্যৰীতিয়ে পৰিবৰ্ধনৰ যোগেদি নতুন সাজ-সজ্জাৰে মোহনীয় হ'ল, পৰিমাৰ্জিত কথ্য ভাষাৰ ব্যাপক প্ৰয়োগত গদ্যৰীতিৰ অনুশীলনে ক্ৰমশঃ বিস্তাৰ লাভ কৰিবলৈ ধৰিলে। কম দিনৰ ভিতৰতে এই ৰচনাশৈলী জনপ্ৰিয় হৈ পৰিল ; দ্ৰুতগতিত পাঠকৰ মন জয় কৰিব পৰাটো বাস্তৱিকতে এই গদ্যলিখকসকলৰ বাবে যথেষ্ট কৃতিত্বৰ কথা।

এই কালছোৱাৰ ভিতৰতে আধুনিক গদ্যৰীতিৰ অন্তৰ্গত প্ৰবন্ধ, জীৱনী আৰু সমালোচনা আদি ভিন্ন দৃষ্টিৰ ৰচনা পদ্ধতিৰ পথ ৰচিত হ'ল, লগে লগে উপন্যাস আৰু চুটি গল্পৰ অনুশীলন তথা চৰ্চাও দ্ৰুতগামী হ'ল। এই দৰে আধুনিক অসমীয়া গদ্যৰীতিক পূৰ্ণাঙ্গ কৰি তোলাত বিশেষভাৱে সক্ৰিয় ভূমিকা ললেহি পোন প্ৰথমে 'অৰুনোদই' কাকতে ; কিন্তু ক্ৰমবৰ্ধমান গতিত তাক জনপ্ৰিয়তাৰ মাজেদি ক্ষিপ্ৰতৰ গতিত আগ বঢ়াই আনিলে 'জোনাকী' তথা এই কালৰ ন-পুৰণি কথা-সাহিত্যৰ সৰু বৰ প্ৰগতিবাদী কলাকাৰ সকলে। এইসকল লিখক-শিল্পীৰ কথা-সাহিত্যৰ বিষয়বস্তু আৰু তাৰ অনুশীলন অৰ্থাৎ প্ৰকাশভঙ্গী আছিল বৈচিত্ৰ্যপ্ৰধান, ভিন্নমুখী।

### প্ৰবন্ধ

'প্ৰবন্ধ' শব্দটো প্ৰাচীন হলেও অসমীয়া সাহিত্যতেই নহয় অন্যান্য ভাৰতীয় আধুনিক সাহিত্যতো তাৰ প্ৰয়োগ কিছু স্বকীয়া।



আগতকৈ ইয়াৰ প্ৰয়োগত অৰ্থৰ সংকোচ ঘটিছে। বৰ্তমান প্ৰবন্ধ বুলিলে প্ৰাচীন ৰীতিৰ দৰে 'গদ্য-পদ্য' উভয়কে নাসাঙুৰি কেৱল গদ্য সাহিত্যৰ সীমাবদ্ধ এক প্ৰকাৰ সাহিত্যৰ কথাহে কোৱা হয়। 'অৰুনোদই'ৰ পাতত ইয়াৰ বিকাশ, সেই কালৰ অন্যান্য আলোচনীৰ বৰঙণিও এই ক্ষেত্ৰত অস্বীকাৰ কৰা নাযায়। আনন্দৰাম ঢেকিয়ালফুকন, হেমচন্দ্ৰ গোস্বামী, গুণাভিৰাম বৰুৱা, কমলাকান্ত ভট্টাচাৰ্য, লম্বোদৰ বৰা, কালিৰাম বৰুৱা আদি সাহিত্যিকসকলে প্ৰবন্ধ সাহিত্য ৰচনাত প্ৰবৃত্ত হোৱা দেখা যায়। ঢেকিয়ালফুকনৰ ইংলণ্ডৰ বিৱৰণ, হিন্দুস্তানৰ নানা প্ৰদেশ ; হেমচন্দ্ৰ বৰুৱাৰ ব্যক্ত নাম আৰু 'সোণাৰ চাঁদ' ছদ্মনামেৰে লিখা অসমীয়া ভাষা আৰু আখৰ-জোঁটনি তথা বানান পদ্ধতি সম্পৰ্কীয় প্ৰবন্ধ : কালিৰাম বৰুৱাৰ কামাখ্যা, ভাব-লহৰী, পৰধৰ্ম ; কমলাকান্ত ভট্টাচাৰ্যৰ "কঃ পন্থা" ( প্ৰবন্ধৰ পুথি ), অসমৰ উন্নতি, গুটিদিয়েক চিন্তাৰ ঢৌ ; লম্বোদৰ বৰাৰ অসমীয়া আখৰ-জোঁটনি, আনন্দৰাম বৰুৱাৰ জীৱনৰ পাতনি, আদি আধুনিক কথা-সাহিত্যৰ অন্তৰ্গত প্ৰবন্ধৰ প্ৰথম স্তৰৰ উল্লেখযোগ্য নিদৰ্শন। এইখিনি লিখকৰ প্ৰবন্ধৰাজিৰ ভিতৰত হাস্য-কৌতুক ভাবব্যঞ্জক লঘু আৰু চিন্তাশীল তথ্যবহুল গুৰু-গম্ভীৰ দুয়োবিধ ৰচনাকে পোৱা যায়।

পৰৱৰ্তী জোনাকীৰ কালছোৱাৰ সাহিত্যিকসকলে প্ৰবন্ধৰীতি বহু দূৰলৈ আগবঢ়াই আনে। **লক্ষ্মীনাথ বেজবৰুৱা** এই চাম লিখকৰ অগ্ৰগামী নেতা। 'জোনাকী', 'উষা', 'বাঁহী' আদি কাকতৰ পাতত তেওঁ চিন্তাশীল ভাবগধুৰ আৰু ব্যঙ্গ ৰসসিক্ত হাস্য-মধুৰ উভয় প্ৰকাৰ প্ৰবন্ধ লিখি গৈছে। "তত্বকথা", "কামত কৃতিত্ব লভিবৰ সংকেত" ওপৰোক্ত প্ৰথম শ্ৰেণীৰ আৰু "বৰবৰুৱাৰ বুলনি", "বৰবৰুৱাৰ ভাবৰ বুৰ্বুৰনি", "কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা", "কৃপাবৰ বৰুৱাৰ ওভতনি" দ্বিতীয় শ্ৰেণীৰ প্ৰবন্ধৰে পৃথক পৃথক সংকলন। বেজবৰুৱাৰ এই প্ৰবন্ধৰাজিৰ বিষয়বস্তুৰ বৈচিত্ৰ্য মন কৰিব লগীয়া।

বেজবৰুৱাৰ গহীন ভাবৰ প্ৰবন্ধখিনি মূলতঃ বৈষ্ণৱধৰ্ম সম্পৰ্কীয়। সাহিত্য, সমাজ আৰু কেতিয়াবা ৰাজনীতি বিষয়ক প্ৰবন্ধও তেওঁ লিখি গৈছে; তেওঁৰ গদ্যৰীতিৰ সফলতাৰ গুৰিতে সম্ভৱতঃ 'বাঁহী'ৰ 'কাহুদি আৰু খাৰলি'ৰ যোগেদি প্ৰকাশিত চোকা সমালোচনামূলক মন্তব্য-সম্ভাৰ।

**সত্যনাথ বৰা** এই যুগৰ আন এগৰাকী সফল প্ৰবন্ধকাৰ। তেওঁৰ "সাৰথি" আৰু "চিন্তাকলি" ভাব গম্ভীৰ নানা তথ্যবহুল প্ৰবন্ধৰ সংকলন। আনহাতে "কেন্দ্ৰসভা" ব্যঙ্গাত্মক প্ৰবন্ধৰ পুথিও তেওঁ যুগুত কৰি গৈছে। তেৱেঁই বিজ্ঞান বিষয়ক "আকাশ-ৰহস্য" আৰু সাহিত্য বিষয়ক "সাহিত্য বিচাৰ" অসমীয়া সাহিত্যত সেই সেই বিষয়ৰ প্ৰথম পুথিৰ ৰচয়িতা। "বহল ব্যাকৰণ" হেমচন্দ্ৰ বৰুৱাৰ পিছতেই উল্লেখযোগ্য অসমীয়া ব্যাকৰণ পুথি। সহজ শব্দ প্ৰয়োগ, সৰল বাক্য গঠন, আৰু কম শব্দৰ মাজেদি সাৰুৱা কথাৰ অধিক প্ৰকাশৰদ্বাৰা বৰাৰ গদ্যৰীতি সমৃদ্ধ। ভাষাই কোনো আৰম্বৰপূৰ্ণ আভৰণ নলৈও বৰাৰ প্ৰবন্ধখিনিয়ে অসমীয়া সাহিত্যত এখনি উচ্চ আসন লাভ কৰিব পৰাটো বাস্তৱিকতে প্ৰবন্ধকাৰৰ কৃতিত্ব ভিন্ন আন একোৱেই নহয়। বিশুদ্ধ গদ্যৰীতিৰ বাবে বহুতে সত্যনাথ বৰাক অসমৰ 'বেকন' ( Bacon ) আখ্যা দিব খোজে।

'কামৰূপ অনুসন্ধান সমিতি'ৰ অন্যতম প্ৰতিষ্ঠাপক **হেমচন্দ্ৰ গোস্বামী** অসমৰ প্ৰত্নতত্ত্ব আৰু বুৰঞ্জীৰ অনুসন্ধানত বিশেষভাৱে মনোনিবেশ কৰিছিল। তেওঁৰ ঐতিহাসিক বিষয়বস্তুৰ ওপৰত যুগুত কৰা প্ৰবন্ধৰাজি যথেষ্ট মূল্যবান। তেওঁৰদ্বাৰা সম্পাদিত "অসমীয়া সাহিত্যৰ চানেকি" ( সাত খণ্ডত সম্পূৰ্ণ ) এখনি মূল্যবান গবেষণামূলক গ্ৰন্থ। "পুৰণি অসম বুৰঞ্জী" আৰু "কথা গীতা"ও তেৱেঁই প্ৰথমতে সম্পাদনা কৰি উলিয়ায়। এই শ্ৰেণীৰ আন এজন প্ৰবন্ধ লিখক **কণকলাল বৰুৱা**। তেওঁৰ ইংৰাজীত লিখা Early Hisrory of Kamrup এখনি মূল্যবান গ্ৰন্থ। তেওঁৰ



ভালেমান প্ৰবন্ধ নানা আলোচনীৰ পাতত সিঁচৰিত হৈ আছে। গোস্বামী আহোমৰ কালৰ অসমৰ ইতিহাসৰ নানা দিশলৈ ব্যস্ত হৈ পৰিছিল আৰু বৰুৱাৰ লক্ষ্য আছিল প্ৰাক্ আহোম কালৰ অসমৰ ইতিহাস। দুয়োজনা প্ৰবন্ধকাৰৰ প্ৰবন্ধ সম্ভাৰ চিন্তামূলক আৰু গাম্ভীৰ্যপূৰ্ণ।

"শ্ৰীকৃষ্ণ" ( তিনি খণ্ডত সম্পূৰ্ণ ) প্ৰণেতা **পদ্মনাথ গোহাঞি বৰুৱাৰ** বহু প্ৰবন্ধ সমসাময়িক আলোচনীৰ পাতত সিঁচৰিত হৈ আছে। তেওঁৰ প্ৰবন্ধৰ মূল কথা পুৰুষাৰতাৰ শ্ৰীকৃষ্ণৰ জীৱন কাহিনী। সহজ সৰল ভাষাৰ প্ৰবন্ধসমূহ আৰু "শ্ৰীকৃষ্ণ", "গীতাসাৰ" পুথিয়ে গোহাঞি বৰুৱাৰ গদ্যৰীতিৰ মৌলিক প্ৰতিভাৰ পৰিচয় দিয়ে।

কবি **আনন্দচন্দ্ৰ আগৰৱালা** একাধাৰে সাংবাদিক আৰু প্ৰবন্ধকাৰও। "বাঁহী", "আলোচনী", "আৱাহন" ( ১ম ছোৱা ) আদিত তেওঁৰ ধৰ্ম আৰু সংস্কৃতি সম্পৰ্কীয় ভালেমান প্ৰবন্ধ প্ৰকাশ পাইছিল। তদুপৰি তেওঁৰ অসমৰ পুৰাতত্ত্ব বিষয়ক প্ৰবন্ধৰাজি আৰু ব্যক্তিগত ভ্ৰমণ অভিজ্ঞতাৰদ্বাৰা লিখা "ব্ৰহ্মযাত্ৰীৰ ডায়েৰী" অসমীয়া সাহিত্যৰ বুৰঞ্জী আলোচনাৰ বাবে মূল্যবান বস্তু। আন এজন প্ৰবন্ধ লিখক **ৰজনীকুমাৰ পদ্মপতিৰ** নাম উল্লেখযোগ্য। তেওঁ যুগুত কৰা 'অসমীয়া ভাষা সম্পৰ্কে', 'অসম', 'অসমীয়া জীয়ৰীৰ মূৰত বোজা' আদি ভালেখিনি বুৰঞ্জীমূলক প্ৰবন্ধই "বাঁহী", "আৱাহন" আৰু "অসম সাহিত্য সভা পত্ৰিকা" আদি আলোচনীৰ পাত শুৱনি কৰি আছে। "পুৰণি অসমত ভূমুকি" তেওঁৰ সেই জাতীয় প্ৰবন্ধৰ উল্লেখযোগ্য পুথি। **ৰত্নেশ্বৰ মহন্তয়ো** বুৰঞ্জীমূলক প্ৰবন্ধকাৰ ৰূপে চিনাকি দিয়ে। জয়মতী আখ্যানৰ জনপ্ৰিয়তাৰ গুৰিতে মহন্ত। "আসাম বন্ধু" আৰু "জোনাকী"ৰ পাতত তেওঁৰ ভিন্ন বিষয়ৰ প্ৰবন্ধ সিঁচৰিত হৈ আছে। মহন্তই 'ৰামদাস গোস্বামী' ছদ্মনামেৰেও নাটকৰ লগতে প্ৰবন্ধ লিখিবলৈকো প্ৰয়াস কৰিছিল।[১]

১. অসমীয়া সাহিত্যৰ ইতিবৃত্ত ( ৪ৰ্থ-সং ) ; ডঃ সত্যেন্দ্ৰনাথ শৰ্মা ; পৃ. ৩০৯

প্ৰবন্ধলিখক হিচাপে সূৰ্যকুমাৰ ভূঞা জোনাকী যুগৰ বলিষ্ঠ লিখক। জীৱনীমূলক প্ৰবন্ধৰ লগতে বুৰঞ্জীমূলক প্ৰবন্ধকাৰ হিচাপে এওঁৰ নাম নিত্য স্মৰণীয়। "কোঁৱৰ বিদ্ৰোহ", "বুৰঞ্জীৰ বাণী", "ৰমণী গাভৰু", "মীৰজুমলাৰ অসম আক্ৰমণ", আদি বুৰঞ্জীমূলক আলোচনা গ্ৰন্থখিনিয়ে তেওঁৰ গদ্যৰীতিৰ পৰিচয় দিয়ে। ছাত্ৰাৱস্থাৰেপৰা তেওঁ নানা আলোচনীৰ যোগেদি বিবিধ আলোচনামূলক প্ৰবন্ধ, ৰচনা আদিৰ চৰ্চা কৰি গৈছে। আহোম যুগৰ ভালেমান বুৰঞ্জীৰ সম্পাদনা কৰিবলৈ গৈ ইংৰাজীৰ লগতে অসমীয়াতো সম্পাদকৰ বক্তব্যৰ সমাবেশ কৰিছে ; সিবোৰেও তেওঁৰ ঐতিহাসিক চিন্তা-চৰ্চাৰ উপৰিও নিজস্ব গদ্যৰীতিৰ পৰিচয় দিয়ে। বুৰঞ্জীমূলক বিষয়বস্তুৰ সহজ গদ্যৰীতিত যুগুত কৰা প্ৰবন্ধখিনিয়ে ভূঞাক সাৰ্থক প্ৰবন্ধকাৰ ৰূপে স্বীকৃতি দিয়ে।

এই কালৰ আন এগৰাকী লব্ধপ্ৰতিষ্ঠ বুৰঞ্জীবিদ বেণুধৰ শৰ্মা। আজীৱন শিক্ষকতা বৃত্তি নলৈও প্ৰবন্ধৰাজিৰদ্বাৰা তেওঁ সেই বৃত্তি অটুট ৰাখিব পাৰিছে। ঐতিহাসিক ৰচনা "সাতাৰন চাল", "ৰাংপতা", "দূৰবীণ" আৰু সাম্প্ৰতিক কালৰ অন্যতম উৎকৃষ্ট ৰচনা "কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত" শৰ্মাৰ নিমজ গদ্যৰীতিৰ শিল্প-কীৰ্তি। তেওঁৰ গদ্যৰীতি তথা প্ৰকাশভঙ্গী বলিষ্ঠ আৰু ওজঃ গুণ-বিশিষ্ট। অকণো আঁৰ নলগা ঘৰুৱা কোমল ভাষাৰ সাজ-পাৰেৰে সুসজ্জিত হৈ ইতিহাসৰ কূট আৰু গম্ভীৰ বিষয়বস্তুও শৰ্মাৰ কাপত সৰু-ডাঙৰ সকলোকে জুতি লগাব পৰাকৈ ওলাই আহে। গদ্যৰীতিৰ প্ৰকাশধাৰা গতিশীল, ভাবাবেগৰ বিলাসিতাৰ ঠাই তাত নাই।

"চেতনা"ৰ প্ৰতিষ্ঠাতা সম্পাদক অম্বিকাগিৰী ৰায়চৌধুৰী এই চাম প্ৰবন্ধকাৰৰে এজন। "চেতনা" আৰু "ডেকা অসম" কম দিনৰ ভিতৰতে অসমৰ জনপ্ৰিয়তা লাভ কৰাৰ গুৰিতে তেওঁৰ অসমীয়া তথা অসম অসম গন্ধী প্ৰবন্ধৰাজি। "আহুতি" সেই পৰ্যায়ৰ



ছকুৰি এটা প্ৰবন্ধৰ নবীন সংকলন। "জগতৰ শেষ আদৰ্শ আৰু বিশ্ব শান্তি স্থাপনৰ উপায়" একেটা মাত্ৰ দীঘলীয়া প্ৰবন্ধৰ ক্ষুদ্ৰ পুথি। "ডেকা ডেকেৰীৰ বেদ" উগ্ৰ স্বদেশপ্ৰীতিমূলক চিন্তা-আদৰ্শৰ শিক্ষণৰ প্ৰয়াস। এওঁৰ প্ৰবন্ধ উগ্ৰ অসমীয়া প্ৰীতি, জাতিৰ মঙ্গল কামনা আৰু সাময়িক সমস্যাৰ উপায় উদ্ভাৱন আৰু ব্যক্তিগত বিচাৰ বিশ্লেষণ আদিৰদ্বাৰা পৰিপুষ্ট। তেজী ভাষা আৰু ঐকান্তিক চিন্তাৰ উগ্ৰ প্ৰকাশ তেওঁৰ প্ৰবন্ধৰ বিশেষত্ব। গদ্যৰীতিত ৰায়চৌধুৰীয়ে ব্যক্তিগত ভাবাবেগকহে প্ৰাধান্য দিছে। অম্বিকাগিৰীৰ বিজুলী বজ্ৰপাতৰদ্বাৰা প্ৰচণ্ডভাৱে আলোৰিত ভাষাৰ মাজতো কাব্যিক মূৰ্চ্ছনা বিদ্যমান।

সোণাৰাম চৌধুৰীয়ে সাহিত্য সাধনাৰ গোটেই কালছোৱা বুৰঞ্জী আৰু প্ৰত্নতত্ত্বৰ অধ্যয়ন-গবেষণাৰদ্বাৰা অতিবাহিত কৰিছে। প্ৰবন্ধলিখক "হেমদাশৰথী চৌধুৰী" এওঁৰে ছদ্মনাম। "জোনাকী", "বাঁহী", "আলোচনী", "আৱাহন", "চেতনা", "জয়ন্তী" আদি বহু সংখ্যক আলোচনীৰ প্ৰবন্ধবিভাগ এওঁৰ তথ্যবহুল ঐতিহাসিক ৰচনাৰদ্বাৰা সমৃদ্ধ। "অসমীয়া আৰু বঙলা ভাষা", "আহোম কবিৰ অসমীয়া পদৰচনা", "শ্ৰীচন্দ্ৰ ভাৰতী", "গুৱাহাটীৰ শিলৰ ফলি", "শ্ৰীৰাম কীৰ্ত্তন", "প্ৰাগজ্যোতিষপুৰৰ যৎকিঞ্চিৎ", "ডাক পুৰুষৰ জীৱন কাহিনী আৰু ৰচনাৱলী", "কানাই বৰশীবোৱা শিল আৰু তাৰ ওচৰৰ ঠাই অনুসন্ধান", "অসমীয়া ভাষা আৰু বৰ্ণমালা সম্পৰ্কে যৎকিঞ্চিৎ" আদি চৌধুৰীৰ প্ৰবন্ধৰ উল্লেখযোগ্য নিদৰ্শন।

জ্ঞাননাথ বৰাৰ প্ৰবন্ধ-ৰচনাৰ আদৰ্শ পিতৃ সত্যনাথ বৰা। "যুগতত্ত্ব" আৰু "নতুন জগত" উল্লেখযোগ্য প্ৰবন্ধৰ পুথি। আকৌ, 'অসমত বিদেশী' পৰ্যায়ৰ এলানি প্ৰবন্ধৰদ্বাৰা পুৰণি আলোচনীৰ যোগেদি বৰাই অসমীয়া লোকক জাতীয়তাবাদী আন্দোলনমুখী হবলৈ চেতনা বাণী শুনাইছিল। বৰাৰ গদ্যশৈলী সহজ, আৰম্বৰহীন, ভাষাত ঘৰুৱা শব্দ-উপমাৰ প্ৰয়োগ মন কৰিব লগীয়া।

**ডিম্বেশ্বৰ নেওগ** আন এগৰাকী নিৰ্ভীক প্ৰবন্ধকাৰ ; এওঁ সমালোচক হিচাপেও যথেষ্ট তেজী। স্কুলীয়া কালৰেপৰা তেওঁ 'বাঁহী'ত প্ৰবন্ধ লিখিবলৈ প্ৰয়াস পাইছিল। তেওঁৰ প্ৰবন্ধসমূহৰ সাধাৰণতে বিষয়বস্তু আছিল বৈষ্ণৱ ধৰ্ম আৰু অসমৰ সংস্কৃতি সম্পৰ্কীয়। **নীলমণি ফুকনৰ** প্ৰবন্ধ কিছুমান "আলোচনী", "বাতৰি", "দৈনিক বাতৰি", "ন-জোন" আদি কাকতত প্ৰকাশ-পাইছিল। প্ৰবন্ধবোৰৰ মাজেদি ফুকনৰ স্বদেশপ্ৰীতি, নিজস্ব চিন্তাধাৰা আৰু ৰচনাৰীতিৰ পৰিচয় পোৱা যায়। তেওঁৰ গদ্যৰীতি অসমীয়া জতুৱা ঠাচ আৰু বাগ্মিতাসুলভ প্ৰকাশভঙ্গীৰদ্বাৰা সমৃদ্ধ।

কলিকতাৰ অ. ভা. উ. সা. আৰু এ. এচ. এল. ক্লাবৰ অন্যতম সম্পাদক দাৰ্শনিক **ৰাধানাথ ফুকন** আন এজন উল্লেখযোগ্য প্ৰবন্ধকাৰ। তেওঁৰ প্ৰবন্ধ দৰ্শনৰ তত্ত্বপূৰ্ণ বিষয়বস্তু আৰু বৈজ্ঞানিক যুক্তিতৰ্কৰদ্বাৰা সমৃদ্ধ। তেওঁৰ প্ৰবন্ধ পুৰণি জোনাকী, বিজুলী, উষা আদি আলোচনীৰ পাতত আজিও মাতৃহাৰা পালিতা কন্যাৰ দৰেই অনাদৃতাৱস্থাত আছে।' এওঁৰ পুথিখিনি সাম্প্ৰতিক কালতহে প্ৰকাশিত হৈ ওলাইছে।

**কৃষ্ণকান্ত সন্দিকৈ** জোনাকীদলৰ এগৰাকী শ্ৰেষ্ঠ প্ৰবন্ধকাৰ। তেওঁ অসমীয়া সাহিত্যলৈ আগবঢ়োৱা তেওঁৰ প্ৰবন্ধৰাজি বিভিন্ন আলোচনীৰ পাততে আজিও অৱহেলিত হৈয়ে আছে। এইবোৰ প্ৰবন্ধৰদ্বাৰা অসমীয়া সাহিত্য চহকী হোৱা কথা কাৰো অবিদিত নহয়। তেওঁৰ প্ৰবন্ধৰাজি তত্ত্বগধুৰ ; বিষয়বস্তুৰ গাম্ভীৰ্য, ৰচনাশৈলীৰ মাধুৰ্য আৰু চিন্তাৰ সমন্বয়ত প্ৰায়বোৰ প্ৰবন্ধই পাণ্ডিত্যপূৰ্ণ। "বাঁহী", "আৱাহন", "চেতনা" আৰু "অসম সাহিত্য সভা পত্ৰিকা" আদি কাকতত সিঁচৰিত হৈ থাকিলেও তেওঁৰ প্ৰবন্ধ-ৰাজি অসমীয়া গদ্য-ৰচনাৰ ক্ষেত্ৰত উচ্চাসন পাবৰ যোগ্য।

ইয়াৰ উপৰিও দেৱানন্দ ভৰালী, বাণীকান্ত কাকতি কালিৰাম মেধি, বিৰিঞ্চিকুমাৰ বৰুৱা আদি কেগৰাকীমান সাহিত্যিকে এই



কালছোৱাত আলোচনীৰ যোগেদি ভাষা-সাহিত্য আৰু ইতিহাস-সংস্কৃতি বিষয়ক বিবিধ প্ৰকাৰ প্ৰবন্ধ ৰচনাত মনোনিবেশ কৰা দেখা যায়। কাকতিৰ গদ্যৰীতিৰ দৃষ্টিভঙ্গী-নিজস্ব আৰু প্ৰকাশধাৰা সম্পূৰ্ণ স্বকীয়া। সন্দিকৈৰ পিছতেই কাকতিৰ গদ্যশৈলী যথেষ্ট মৌলিক ; অতি দুৰূহ কথাও এই দুগৰাকী পণ্ডিতৰ হাতত পানীৰ দৰে সহজ গতিশীল হৈ পৰিছে। বিৰিঞ্চিকুমাৰ বৰুৱা তেওঁলোকৰে পদাঙ্কগামী। বৰুৱাৰ ৰচনাশৈলীৰপৰা সহজে অনুমান কৰিব পাৰি তেওঁৰ ব্যক্তিগত চিন্তা আৰু অধ্যয়নবিলাসী মনটোৰ কথা। প্ৰবন্ধকাৰ "ভবানন্দ পাঠক" কাকতিৰে ছদ্মনাম। ইয়াৰ উপৰিও সৰ্বেশ্বৰ কটকী, সৰ্বেশ্বৰ বৰুৱা, ত্ৰৈলোক্যনাথ গোস্বামী, যজ্ঞেশ্বৰ শৰ্মা, তীৰ্থনাথ শৰ্মা, অম্বিকানাথ বৰা, উপেন্দ্ৰচন্দ্ৰ লেখাৰু, প্ৰতাপচন্দ্ৰ গোস্বামী, মনোৰঞ্জন শাস্ত্ৰী, হৰেন্দ্ৰনাথ শৰ্মা, ভবানন্দ দত্ত, ৰাজমোহন নাথ, "সাহিত্য তত্ত্ব"ৰ লিখক হৰমোহন দাস আদিয়ে ৩য়-৪ৰ্থ দশকত আৰু হেম বৰুৱা, সত্যেন্দ্ৰনাথ শৰ্মা, মহেশ্বৰ নেওগ, প্ৰফুল্লদত্ত গোস্বামী, কহিৰাম দাস, উমাকান্ত শৰ্মা, কেশৱ নাৰায়ণ দত্ত আদি লিখকসকলে ৩য়-৪ৰ্থ দশকৰ সন্ধিৰ সময়ত বাঁহী-আৱাহন-জয়ন্তী আদি আলোচনীৰ পাতত প্ৰবন্ধ ৰচনা কৰিবলৈ প্ৰয়াস পাইছিল।

## জীৱনী

অসমীয়া মধ্যযুগৰ জীৱন-চৰিত তথা জীৱনী সাহিত্যৰ সুৰৰ পৰিৱৰ্তনৰ গুৰিতে পাশ্চাত্য ভাবধাৰাৰ কথা স্বীকাৰ নকৰি নোৱাৰি। বৈষ্ণৱ অনাবৈষ্ণৱ শিষ্যৰ দৃষ্টিত ভাহি উঠা গুণী-জ্ঞানী গুৰুজনাৰ আদৰ্শনীয় জীৱন-কাহিনী ৰচনাৰ অন্ত পৰিল ; লগে লগে আত্মজীৱন চৰিত আৰু অন্য লোকে ৰচনা কৰা সাধাৰণ জীৱন কাহিনীৰ উদ্ভৱ হ'ল। **গুণাভিৰাম বৰুৱাৰ** "আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন-চৰিত"ৰ আদৰ্শত পৰৱৰ্তী এচাম লিখকে জীৱনী

ৰচনা কৰিবলৈ প্ৰয়াস পাইছিল। লক্ষ্মীনাথ বেজবৰুৱা প্ৰণীত "শঙ্কৰদেৱ" আৰু "শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ" ভক্তসুলভ দৃষ্টি-ভঙ্গীৰে আধুনিক ভাষাত লিখা অতিমানৱীয়তা বৰ্জন জীৱনী। এওঁৰ আগতে লম্বোদৰ বৰাই "মহাত্মা আনন্দৰাম বৰুৱাৰ জীৱন-চৰিত" আৰু "ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ জীৱন-চৰিত" প্ৰণয়ন কৰে। সৰ্বেশ্বৰ কটকী লিখা "হেমচন্দ্ৰ বৰুৱাৰ জীৱন-চৰিত" আৰু "সত্যনাথ বৰাৰ জীৱন-চৰিত" দুখনি উল্লেখযোগ্য জীৱনী পুথি। ডঃ সূৰ্যকুমাৰ ভূঞাৰ "মহাত্মা গোপালকৃষ্ণ গোখ্‌লে" আৰু "আনন্দৰাম বৰুৱাৰ জীৱন-চৰিত", বিনন্দ বৰুৱাৰ "মহাৰাজ নৰনাৰায়ণ" আৰু "ল'ৰাৰ বেজবৰুৱা", পদ্মধৰ চলিহাৰ "মহাবীৰ লাচিত বৰফুকন", গোপীনাথ বৰদলৈৰ "দেশভক্ত তৰুণৰাম ফুকন" আদি আলোচনামূলক জীৱন-চৰিতসমূহ এই কালৰ লেখত লব লগীয়া জীৱনীৰ ভিতৰত পৰে। সুৰেন্দ্ৰনাথ শৰ্মাৰ "জোৱান ডা'ৰ্ক" আৰু "কামালপাছা" নিঃসন্দেহে শিল্পীসুলভ আধুনিক দৃষ্টিভঙ্গীত লিখা সেইকালৰ দুখন উল্লেখযোগ্য জীৱনী। মহাদেৱ শৰ্মাৰ "বুদ্ধদেৱ" আৰু "মহম্মদ চৰিত"ৰ উপৰিও কমলেশ্বৰ চলিহাৰ "বিশ্বৰসিক লক্ষ্মীনাথ বেজবৰুৱা" শিশু সাহিত্যৰ অন্তৰ্ভুক্ত জীৱন চৰিত।

এইখিনি লিখকৰ উপৰিও আৰু কেজনমানে জীৱনী ৰচনাত মনযোগ দিয়া দেখা গৈছিল। অৱশ্যে সিসকলৰ জীৱনী ৰচনাৰ প্ৰচেষ্টা আলোচনীৰ পাততে সীমাবদ্ধ আছিল। জীৱনীবোৰত নায়কৰ জীৱনৰ ঘটনা তথা বিবিধ কাৰ্যৰ বৰ্ণনাৰ লগতে সমকালীন সমাজৰ কথাও কিছু পৰিমাণে সোমাই পৰিছে। ভাষা প্ৰয়োগত প্ৰায়খিনি জীৱনী লিখকেই কিছু সচেতন যেন লাগে। ঠায়ে ঠায়ে কোনো কোনো জীৱন-চৰিতৰ কিছুমান কথা আলোচনামূলক হৈ পৰিছে। বেজবৰুৱা প্ৰণীত জীৱন চৰিতত সেই লক্ষণ অতি স্পষ্ট।

আনবিধ জীৱন-চৰিতৰ ভিতৰত পৰে আত্মজীৱন-কাহিনী তথা



নিজৰে জীৱনৰ ঘটনা আৰু কাৰ্যাৱলীৰ স্মৰণাত্মক ৰচনাসমূহ। লক্ষ্মীনাথ বেজবৰুৱাৰ "মোৰ জীৱন সোঁৱৰণ" এই শ্ৰেণীৰ নিঃসন্দেহে এখন উৎকৃষ্ট আত্মজীৱন সোঁৱৰণৰ নিদৰ্শন। লিখকৰ ঘৰুৱা নিভাঁজ অসমীয়া ভাষা-প্ৰয়োগত ই এখনি সুখপাঠ্য জীৱনীৰূপে মূৰ তুলি আছে। আৱাহনত অসম্পূৰ্ণভাৱে প্ৰকাশিত পদ্মনাথ গোহাঞি বৰুৱাৰ "মোৰ সোঁৱৰণী"ও এখনি ধুনীয়া আত্মজীৱনীৰ নিদৰ্শন। বেণুধৰ শৰ্মা, হিতেশ্বৰ বৰবৰুৱা, জ্ঞানাদাভিৰাম বৰুৱা আদি কেগৰাকীমান এই যুগৰ সাহিত্যিকৰ আত্মজীৱন-সোঁৱৰণ আজিও অপ্ৰকাশিত অৱস্থাতে আছে। ৰজনীকান্ত বৰদলৈৰ আত্মজীৱন বৃত্তান্তৰ কথাও এই প্ৰসঙ্গত উল্লেখ নকৰি নোৱাৰি। এইবোৰ পুথিত লিখকসকলৰ স্পষ্টবাদিতা আৰু সমসাময়িক সমাজৰ বিবিধ ফালৰ আলোকপাত বিশেষ মন কৰিব লগীয়া। সম্ভৱতঃ 'জোনাকী'ৰ পূৰ্বকালৰ লব্ধপ্ৰতিষ্ঠ সাহিত্যিক হেমচন্দ্ৰ বৰুৱা আত্ম-জীৱন সোঁৱৰণ বা আত্মজীৱনী ৰচনাৰ পথ প্ৰদৰ্শক। এইবিধ ৰচনাতকৈ লিখকসকলৰ মাজত জীৱনী প্ৰণয়নৰ স্পৃহাটোহে ক্ৰমশঃ অধিক আদৰণীয় হৈ আহিব লাগিছে। সাম্প্ৰতিক অৰ্থাৎ দ্বিতীয় মহাযুদ্ধৰ পৰৱৰ্তী কালছোৱাত জীৱনী সাহিত্য-সম্ভাৰ বহুখিনি চহকী হৈ পৰা দেখা গৈছে। সাম্প্ৰতিক কালছোৱাৰ আন এটা বিশেষত্ব হ'ল বিদেশী তথা অনা-অসমীয়া ভাষাৰপৰা জীৱনীৰ অনুবাদ।

## সমালোচনা

ৰোমান্টিক সাহিত্যৰ অন্তৰ্গত আধুনিক কবিতা, গল্প আৰু উপন্যাসৰ দৰে সমালোচনা বা আলোচনাত্মক সাহিত্যই অসমীয়া সাহিত্যত খোপনি পুতিবলৈ সুযোগ পালে এই পাশ্চাত্য সাহিত্যৰ নৱ-প্ৰবাহিত আদৰ্শানুপ্ৰেৰণাৰপৰা। পোনপতীয়াকৈ কলেও বোধহয় ভুল নহব যে এয়া পাশ্চাত্যৰে আন এটা দান। পুৰণি

অসমীয়া সাহিত্যৰ কোনো কোনো ঠাইত দুই এক কবিয়ে দিয়া ক্ষুদ্ৰ অভিমতৰ মাজেদি সমালোচনাসূচক দৃষ্টিভঙ্গীৰ সম্ভেদ ভিন্ন আন কোনো ধৰণৰ সমীক্ষামূলক কথাৰ বা-বাতৰি পোৱা নাযায়।

"অৰুনোদই"ৰ পাততেই সম্ভৱতঃ এই পৰ্যায়ৰ সমালোচনাৰ প্ৰথম পুষ্পকলিৰ উদ্ভৱ হয়। পিছে, সেয়া সমালোচক বা সমীক্ষা-মূলক দৃষ্টিৰে চাওঁতাৰ চকুত পৰিচয়সূচক মন্তব্যৰূপেহে স্বীকৃতি পাবৰ যোগ্য। ভাষা সম্পৰ্কীয় সমালোচনাৰ ক্ষেত্ৰত অৱশ্যে 'অৰুনোদই'ৰ বৰঙণিৰ বাস্তৱিকতে তুলনা নাই। এই পৰ্যায়ৰ নানা তৰ্কৰ মাজত প্ৰৱেশ কৰি ভাষাৰ সমালোচকৰূপে পৰিচয় ৰাখি যোৱাসকলৰ ভিতৰত ৰবিন্‌ছন, ব্ৰাউন, ব্ৰন্‌ছন, ঢেকিয়ালফুকন, হেমচন্দ্ৰ বৰুৱা আদি প্ৰধান। আচলতে এইবিধ সাহিত্য চৰ্চাৰ বিস্তাৰ তথা প্ৰসাৰতাৰ কাল হিচাপে জোনাকীস্তৰলৈ আঙুলিয়াব পাৰি।

"জোনাকী"ৰ পাতত ভাষা সম্পৰ্কীয় আলোচনা-বিলোচনাৰ বাহিৰেও সাহিত্য-সমালোচনাৰ সূত্ৰপাত হয়। সমালোচনাশীল দৃষ্টিভঙ্গীৰে প্ৰবন্ধ ৰচনা কৰোঁতাসকলৰ ভিতৰত 'কালিদাস আৰু শকুন্তলা', 'উপন্যাস আৰু আত্মহত্যা', 'অসমীয়া জীৱনত গানৰ আৱশ্যকতা' আদি প্ৰবন্ধ ৰচোঁতা **লম্বোদৰ বৰা** আৰু "সাহিত্য বিচাৰ" পুথি প্ৰণেতা **সত্যনাথ বৰা** সম্ভৱতঃ সকলোৰে আগৰণুৱা। লম্বোদৰৰ ৰচনাত যুক্তিৰ সমাবেশ আৰু বক্তব্যৰ স্পষ্টবাদিতা মন কৰিব লগীয়া। সত্যনাথৰ সাহিত্য বিষয়ক সমীক্ষামূলক বিষয়বস্তুৰ এইখনেই সৰ্বপ্ৰথম অসমীয়া পুথি। সাহিত্যৰ নানা বিভাগ, তাৰ আকৃতি-প্ৰকৃতি আদিৰ পৰিচয়জ্ঞাপক এই গ্ৰন্থখনৰ ভাষা কিন্তু সহজ; গদ্যৰীতিত আৰম্বৰ নাই যদিও লিখকৰ বক্তব্যত ক'তো আঁৰ লগা নাই। আলোচনামূলক পুথি হিচাপে 'সাহিত্য বিচাৰ' নিঃসন্দেহে অনুকৰণীয়।



**লক্ষ্মীনাথ বেজবৰুৱাকে** অসমীয়া সাহিত্য-সমালোচনাৰ পথ প্ৰদৰ্শক বুলি কোৱা হয়। "জোনাকী" আৰু "বাঁহী"ত নতুন পুথিৰ পৰিচয় দিয়াৰ উপৰিও তেওঁ ধৰ্মমূলক বিষয়বস্তুৰ ওপৰত "কৃষ্ণকথা", "তত্ত্বকথা" আদি সমালোচনামূলক পুথি যুগুত কৰি গৈছে। বেজবৰুৱাৰ ভালেমান প্ৰবন্ধ বা ৰচনাৰ মাজেদি হাস্যকৌতুক আভৰণ লৈ ব্যক্তিগত সমাজ-সচেতন সমালোচনা দৃষ্টিভঙ্গী ওলাই পৰিছে। এওঁৰ পাছতেই **হেমচন্দ্ৰ গোস্বামী** আৰু **কালিৰাম মেধিৰ** নাম উল্লেখযোগ্য। গোস্বামীৰ "পুৰণি অসম বুৰঞ্জী" আৰু "কথা-গীতা", মেধিৰ "প্ৰহ্লাদ চৰিত্ৰ" আদি গ্ৰন্থৰ জৰিয়তে পুৰণিৰ নতুন সম্পাদনা আৰু আধুনিক ৰীতিৰে সমালোচনা কৰা এটা পথৰ সূচনা কৰিলে।

**বাণীকান্ত কাকতি** আৰু **কৃষ্ণকান্ত সন্দিকৈ** এই যুগৰ লব্ধ-প্ৰতিষ্ঠ সমালোচক। সন্দিকৈৰ সমালোচনামূলক প্ৰবন্ধবিলাকো পুৰণি আলোচনীৰ পাততে সিঁচৰিত হৈ আছে; তেওঁৰ সমালোচনা তথ্যবহুল আৰু পাণ্ডিত্যপূৰ্ণ। সন্দিকৈৰ 'য়ুৰোপৰ ভাষা-সাহিত্য', 'চক্ৰেটিছৰ মতে কবিৰ প্ৰকৃতি', 'গ্ৰীক নাটৰ গান' আদি প্ৰবন্ধই কেৱল বিশ্বসাহিত্যৰ ৰশ্মি ৰেখাপাতকে কৰি এৰা নাই, সাহিত্য সমালোচনাৰ মৌখিক চিন্তা আৰু উচ্চমান বিশিষ্ট আদৰ্শবাদকো প্ৰতিষ্ঠা কৰি গৈছে। আনহাতে কাকতিৰ সমালোচনাত তুলনা-মূলক দৃষ্টিভঙ্গীৰে অৱতাৰণা কৰা ব্যাখ্যাৰ সমাৱেশ মন কৰিব লগীয়া। এওঁৰ প্ৰবন্ধ ও মৌখিক চিন্তাৰীতি আৰু তথ্যৰদ্বাৰা সমৃদ্ধ। "ভবানন্দ পাঠক" ছদ্মনামেৰে "বিজুলীত" লিখা তেওঁৰ আলোচনা, প্ৰবন্ধখিনি বিতৰ্কমূলক হলেও তথ্য বিষয়বস্তু আৰু প্ৰকাশভঙ্গী বা ৰচনাশৈলীৰ প্ৰাঞ্জলতাৰ ফালৰপৰা বিশেষ উল্লেখ-যোগ্য ৰচনা। ধৰ্ম সম্পৰ্কীয়, সাহিত্য সম্পৰ্কীয় আৰু কিছুমান পুথিৰ ওপৰত ব্যক্তিগত মন্তব্য দাঙি ধৰি যুগুত কৰা সমালোচনা-মূলক প্ৰবন্ধসমূহে কাকতিক আধুনিক বিশ্লেষণশীল বিদগ্ধ

সমালোচকৰূপে প্ৰতীয়মান কৰে। এই পৰ্যায়ৰ আলোচনাৰ উপৰিও লক্ষ্মীনাথ বেজবৰুৱা, ৰঘুনাথ চৌধাৰী, অম্বিকাগিৰী ৰায়চৌধুৰী, যতীন্দ্ৰনাথ দুৱৰা, জ্যোতিপ্ৰসাদ আগৰৱালা, ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ ওপৰত কৰা সমালোচনা আৰু মন্তব্যই এই কালৰ অসমীয়া সাহিত্যৰ মূল্যাঙ্কনত এটা স্থায়ী মানৰ নিৰ্দেশ কৰিছে। "পুৰণি অসমীয়া সাহিত্য" এই কালৰ পুথি।

ডঃ সূৰ্যকুমাৰ ভূঞাৰ "সাহিত্যৰ মূল কথা"ৰ নিচিনা প্ৰবন্ধ আৰু বুৰঞ্জীৰ সম্পাদক হিচাপে সন্নিবিষ্ট কৰা পাতনিসমূহে তেওঁৰ সমালোচনাৰীতিৰ মৌলিক কথাৰ আভাস দিয়ে। প্ৰবন্ধকাৰ বেণুধৰ শৰ্মায়ো ঐতিহাসিক আলোচনাৰ জৰিয়তে নানা ঠাইত ব্যক্তিগত যুক্তিৰদ্বাৰা মন্তব্য উপস্থাপিত কৰি সমালোচনাসূচক প্ৰবন্ধ ৰচনা কৰিবলৈ প্ৰয়াস পাইছে।

দেবেন্দ্ৰনাথ বেজবৰুৱা জোনাকীস্তৰৰ এজন নীৰৱ সমালোচক। এই পৰ্যায়ৰ প্ৰবন্ধ-পাতিৰে এওঁ আলোচনীৰ পাত শুৱনি কৰিবলৈ সচেষ্ট হোৱা নাছিল, কিন্তু "অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী" গ্ৰন্থ প্ৰণয়ন কৰি অসমীয়া সাহিত্যতে নতুন আদৰ্শ স্থাপন কৰি গ'ল। তেওঁৰ এই পুথিয়েই অসমীয়া সাহিত্যৰ প্ৰথম ইতিহাস।

ডিম্বেশ্বৰ নেওগ নিৰ্ভীক সমালোচক। "অসমীয়া সাহিত্যৰ জিলিঙনি" আৰু "অসমীয়া সাহিত্যৰ জেউতি" পুথিত তেওঁৰ ভালেমান সমালোচনামূলক প্ৰবন্ধ সন্নিবিষ্ট হৈছে। তেওঁৰ সাহিত্যিক জীৱনৰ গুৰু গম্ভীৰ ৰচনা হ'ল সাহিত্যৰ বুৰঞ্জীসমূহ। তেওঁ প্ৰণালীবদ্ধভাৱে অসমীয়া সাহিত্যৰ বুৰঞ্জী প্ৰণয়নত মনোনিবেশ কৰে। "অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভূমুকি", "আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী"ৰ উপৰিও সম্প্ৰতি প্ৰকাশিত হোৱা "অসমীয়া সাহিত্যৰ বুৰঞ্জী" নেওগৰ উল্লেখযোগ্য অৱদান।

ইমানবিলাক সমালোচনামূলক প্ৰবন্ধকাৰ আৰু পুথি ৰচয়িতা থকা সত্বেও অসমীয়াত সাহিত্যৰ লক্ষণালক্ষণ তথা আকৃতি-



প্ৰকৃতি নিৰ্ণায়ক ৰচনা সম্ভাৱ নিচেই তাকৰ। দ্বিতীয় মহাযুদ্ধৰ পিছৰ কালছোৱাতহে এই সম্পৰ্কীয় প্ৰবন্ধ আৰু গ্ৰন্থৰ সংখ্যা কিছু বাঢ়িছে। সেই বিষয়ে পৰৱৰ্তী সাম্প্ৰতিক কালৰ নতুন সাহিত্যৰ অন্তৰ্গত প্ৰয়োজনীয় আলোচনাৰ অৱতাৰণা কৰা হৈছে। সাহিত্য সভাৰ সভাপতিসকলৰ প্ৰায়খিনি ভাষণৰদ্বাৰা অসমীয়া ভাষা-সাহিত্যৰ বুৰঞ্জীমূলক আলোচনাৰ সংক্ষিপ্ত আভাস দাঙি ধৰা কথাযাৰ এই প্ৰসঙ্গতে মনত পেলাব পাৰি। উল্লেখযোগ্য বুৰঞ্জী নহলেও সিবোৰৰ কথা অস্বীকাৰ কৰা নাযায়।

জোনাকীস্তৰৰ আন এবিধ উল্লেখযোগ্য অৱদানৰ ভিতৰত ভাষা বা ভাষাতত্ত্ববিষয়ক সমীক্ষাসূচক প্ৰবন্ধ আৰু গ্ৰন্থখিনিও পৰে। ওপৰত কোৱা 'অৰুনোদই' কাকতে ইয়াৰ সূচনা কৰে। সেই সময়ত অসমীয়া ভাষাৰ বিভিন্ন কথা লৈ দেশীয় বা অসমৰ বাহিৰৰ প্ৰকাশিত প্ৰবন্ধৰ কথা নকওঁ, আনকি লণ্ডনৰ নিচিনা সুদূৰ ঠাইৰপৰা ওলোৱা কাকততো ইংৰাজী ভাষাত আলোচনাত্মক প্ৰবন্ধ প্ৰকাশ পাইছিল। ৰবিনছনৰ ইংৰাজীতে লিখা "অসমীয়া ব্যাকৰণ", যদুৰাম বৰভাণ্ডাৰ বৰুৱাৰ "অসমীয়া অভিধান", ব্ৰণছনৰ "অসমীয়া অভিধান", শ্ৰীমতী ৱাৰ্ডৰ "ইংৰাজী অসমীয়া শব্দকোষ", শ্ৰীমতী কটৰৰ "ইংৰাজী অসমীয়া খণ্ডবাক্য কোষ", ঢেকিয়াল ফুকনৰ ইংৰাজীত যুগুত কৰা "অসমীয়া ভাষাৰ ওপৰত কেইটামান মন্তব্য" ( এইখনৰ অসমীয়া সংস্কৰণ ওলাইছে ), হেমচন্দ্ৰ বৰুৱাৰ "পঢ়াশলীয়া অভিধান", "হেমকোষ", "অসমীয়া ব্যাকৰণ", লম্বোদৰ বৰাৰ অসমীয়া ভাষা সম্পৰ্কীয় প্ৰবন্ধবোৰ, সত্যনাথ বৰাৰ "বহল ব্যাকৰণ", ডিম্বেশ্বৰ নেওগৰ "শুধ অসমীয়া" আৰু সেই জাতীয় প্ৰবন্ধখিনি, বেণুধৰ ৰাজখোৱাৰ "খণ্ডবাক্য কোষ", চন্দ্ৰধৰ বৰুৱাৰ অসমীয়া ফকৰা-যোজনা বিষয়ক "ৰত্নকোষ", সন্দিকৈ পৰিয়ালৰ আৰ্থিক সাহায্যত যুগত কৰা অসম সাহিত্য সভাৰ "চন্দ্ৰকান্ত

অভিধান" আদি সেই কালৰ অসমীয়া ভাষাতত্ত্ববিষয়ক তথা ভাষা সম্পৰ্কীয় গ্ৰন্থৰ নিদৰ্শন।

দেবানন্দ ভৰালীৰ অসমীয়াত লিখা "অসমীয়া ভাষাৰ মৌলিক বিচাৰ" আৰু ইংৰাজীত যুগুত কৰা "ইংৰাজীত অসমীয়া ব্যাকৰণ", "অসমীয়া ভাষাৰ শব্দ সম্ভাৰ আৰু ধ্বনিতত্ত্বৰ আলোচনা" সম্ভৱতঃ অসমীয়া ভাষাতত্ত্ব সম্পৰ্কীয় গবেষণা পুথি। তেওঁৰ উক্ত অসমীয়াত যুগুত কৰা পুথিখনেই আমাৰ ভাষাত ভাষাতত্ত্বৰ অধ্যয়ন গবেষণামূলক পুথি প্ৰণয়নৰ পথ নিৰ্মাণ কৰে। শেষৰখন পুথিৰ পৰিবৰ্ধিত সংস্কৰণ এটা অলপতে প্ৰকাশ পাইছে। এওঁৰ পিছতেই কালিৰাম মেধিয়ে প্ৰণয়ন কৰা "অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব" উল্লেখযোগ্য অৱদান। মেধিৰ এই ব্যাকৰণে অন্যান্য ভাৰতীয় ভাষাত প্ৰণীত সমকালীন যিকোনো ব্যাকৰণৰ লগত সমানে ফেৰ মাৰিব পাৰে। এই চাম গবেষকৰ ভিতৰত লব্ধপ্ৰতিষ্ঠ পণ্ডিত গৰাকীয়েই হ'ল একাধাৰে আজীৱন ছাত্ৰ আৰু শিক্ষক ডঃ বাণীকান্ত কাকতি। তেওঁৰ এই সম্পৰ্কীয় প্ৰবন্ধ কিছুমান 'আৱাহন', 'জয়ন্তী' আদি আলোচনীৰ পাতত সিঁচৰিত হৈ আছে। তেওঁৰ কালজয়ী কীৰ্তিস্তম্ভ স্বৰূপ গ্ৰন্থখন হ'ল "অসমীয়া ভাষা: ইয়াৰ গঠন আৰু বিকাশ" (Assamese—its Formation and Development)। ইংৰাজীত প্ৰণয়ন কৰা এই বহুমূলীয়া গ্ৰন্থখনৰ ভূয়সী প্ৰশংসা কৰি যোৱা পণ্ডিতসকলৰ ভিতৰত প্ৰাচ্যবিদ্যাবিশাৰদ ফৰাছীৰ জুলস্ ব্লক, টাৰ্ণাৰ আৰু দেশীয় পণ্ডিত ডঃ সুনীতিকুমাৰ চট্টোপাধ্যায় আদিৰ নাম উল্লেখ কৰিব পাৰি। আন্তৰ্জাতিক খ্যাতিৰ মৰ্যাদা দিয়া কাকতিৰ এই পুথিখনে অসমীয়া ভাষাতত্ত্ব চৰ্চাৰ পথ বহুপৰিমাণে কণ্টকহীন কৰি ৰাখি গ'ল।

ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা এওঁলোকৰ অনুগামী। তেওঁৰ এই শ্ৰেণীৰ সৰহখিনি ৰচনা অৱশ্যে সাম্প্ৰতিক কাল তথা দ্বিতীয় মহাযুদ্ধৰ পৰৱৰ্তী বুলিব পাৰি। অৱশ্যে কেইটামান প্ৰবন্ধ চতুৰ্থ দশকৰ



অসমীয়া আলোচনীত প্ৰকাশ হৈছিল যদিও পুথি আকাৰত সন্নিবিষ্ট হৈছে পঞ্চম দশকতহে। অসমীয়া ভাষাতত্ত্ব বা ভাষা সম্পৰ্কীয় প্ৰবন্ধ ৰচনা কৰিবলৈ যাওঁতে পালি ভাষা সম্পৰ্কীয় আলোচনাৰ সমাবেশ কৰাৰো প্ৰয়াস পাইছে। এওঁলোকৰ গবেষণা-সমালোচনাৰ পদাঙ্ক অনুসৰণ কৰি এদল নবীন সাহিত্যিকে অসমীয়া সাহিত্যত কাপ লৈ ৰচনাত প্ৰবৃত্ত হোৱা দেখা গৈছে। এই প্ৰয়াস-প্ৰচেষ্টা জাতিৰ কাৰণে শুভ লক্ষণ।

## আধুনিক কথা-সাহিত্য ঃ উপন্যাস আৰু চুটি গল্প

### উপন্যাস

উপন্যাস আৰু চুটি গল্প অৰ্থাৎ Fiction অসমীয়া সাহিত্যত নিঃসন্দেহে আধুনিক সৃষ্টি। পাশ্চাত্য দেশী-বিদেশী সাহিত্য অধ্যয়নৰ এয়া প্ৰত্যক্ষ ফল। উপন্যাসৰ মূল বীজ নিহিত আছে মানুহৰ গল্প কিম্বা আখ্যায়িকাৰ প্ৰতি থকা অনুৰাগত অৰ্থাৎ, সেই গল্প শুনাৰ আৰু উপভোগ কৰাৰ সহজ প্ৰবৃত্তিত। আদি যুগত পৃথিৱীৰ যি কোনো সাহিত্যই আছিল আখ্যানমূলক। ৰামায়ণ, মহাভাৰত, ইলিয়াড, ওডিচি আদি মহাকাব্যসমূহতো এই আখ্যান আৰু চৰিত্ৰ সৃষ্টিৰ প্ৰতি বিশেষ মনযোগ দিয়া দেখা যায়। কিন্তু বৰ্তমান আমি 'উপন্যাস' বা 'নভেল' বুলিলে যি বুজোঁ সি প্ৰাচীন বস্তুতো নহয়েই; আনকি নৱ-আভৰণেৰে সাজি-কাছি ওলোৱা নতুন ৰূপ লোৱা বস্তুও নহয়—ই হ'ল আধুনিক কালৰ অভিনৱ সৃষ্টি। সপ্তদশ শতিকাত ইয়াৰ প্ৰথম বিকাশ ঘটে ফৰাচী সাহিত্যত, আৰু ইংৰাজী সাহিত্যত সেই 'নভেল'ৰ সূত্ৰপাত হয় অষ্টাদশ শতিকাত। আমাৰ দেশত অৰ্থাৎ অসমীয়া সাহিত্যত ইয়াৰ সূত্ৰপাত হয় যোৱা শতিকাৰ দ্বিতীয়াৰ্ধত; সাধাৰণভাৱে অসমীয়া সাহিত্যত উপন্যাসৰ জন্মকাল আজিৰপৰা প্ৰায় এশ বছৰমান আগলৈ ঠেলি নিব পাৰি।

অসমীয়া উপন্যাসৰ আবিৰ্ভাৱ অসমত খ্ৰীষ্ট ধৰ্মৰ সম্প্ৰসাৰণৰ লগত জড়িত। 'অৰুনোদই' কাকতে (১৮৫১ চনত) প্ৰকাশিত জন বুনিয়ন লিখিত "জাত্ৰিকৰ যাত্ৰা"ত ( Pilgrim's Progressৰ অনুবাদ ) উপন্যাসৰ প্ৰথম সোৱাদ পোৱা যায়। সেই মিছনেৰী সকলৰে "ফুলমণি আৰু কৰুণা," "এলোকেশী বেশ্যাৰ বিয়া", এ. কে. গাৰ্ণীৰ "কামিনীকান্ত"তো সেই সোৱাদকেই পোৱা যায়।



পিছে এই আটাইকেইখনৰে উপন্যাসগত সোৱাদটো তেনেই সেৰেকা আছিল। কেউখন উপন্যাসেই প্ৰচাৰধৰ্মিতা দোষ এৰাব পৰা নাই, তাকো আকৌ খ্ৰীষ্ট ধৰ্মৰ কথাকে ইটো সিটোকৈ নানাভাৱে প্ৰকাশ কৰা হৈছে। এইটো দোষযুক্ত হোৱা বাবেই সম্ভৱতঃ সিবোৰে আমাক উপন্যাসৰ খাঁটি সোৱাদ দিব নোৱাৰিলে। তাৰ পিছত উপন্যাস ৰচিত হ'ল দেশীয় আদৰ্শত।

আনন্দৰাম ঢেকিয়াল ফুকনৰ কন্যা **পদ্মাৱতী দেৱী ফুকননীৰ** "সুধৰ্ম্মাৰ উপাখ্যান" ওলাল। এইখন পুথিও পিছে খাঁটি উপন্যাস বা খাঁটি সাধুকথা বা গল্প কোনোটোতে নপৰিল; দুয়োবিধৰে যেনিবা সানি পুতকি থোৱা মিশ্ৰিত ৰূপহে। পিছে ইয়াত কিন্তু আগৰ কেইখনৰ দৰে ধৰ্মৰ ঢাক-ঢোল বজোৱাৰ স্পৃহা নাই। কলাকৌশলৰ ফালৰপৰা ইয়াৰ অৱশ্যে কিছু নতুনত্ব আছে। **হেমচন্দ্ৰ বৰুৱাৰ** "বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী"য়ে সমাজৰ চিত্ৰ ব্যঙ্গভাৱে দাঙি ধৰিয়েই ক্ষান্ত থকা নাই, আচলতে ই উপন্যাস ৰচনাৰ সফলতাৰ আসন্ন পূৰ্বাভাসৰ সংকেত দিয়ে। তথাপি অসমীয়া সাহিত্যত বেজুতি নলগাকৈ খাঁটি উপন্যাসৰ সোৱাদ পাওঁ পৰৱৰ্তী কালতহে; পদ্মনাথ গোহাঞি বৰুৱা সেই উপন্যাসৰ প্ৰথম স্ৰষ্টা। সেই পিনৰপৰা জোনাকী যুগকেই আচল অৰ্থত উপন্যাসৰ জন্মকাল বুলিব পাৰি।

**পদ্মনাথ গোহাঞি বৰুৱাৰ** "ভানুমতী" প্ৰথম উপন্যাসখন 'বিজুলী'ত ধাৰাবাহিকভাৱে প্ৰকাশ হোৱাৰ পিছতহে পুথি আকাৰে ওলায়। এওঁৰ দ্বিতীয়খন উপন্যাস "লাহৰী"ও একে সময়তে ওলায়। নায়িকাপ্ৰধান এই দুয়োখন উপন্যাসতেই প্ৰেমৰ চিত্ৰ অঙ্কন কৰা হৈছে। আহোম শাসনৰ শেষৰ দুৰ্যোগময় কালছোৱাৰ পটভূমিত ৰচিত দুয়োখনেই বুৰঞ্জীৰ সমল লৈও সামাজিক উপন্যাস ৰূপেহে বিকাশ লাভ কৰিছে, ঐতিহাসিক উপন্যাসৰ স্তৰলৈ যাব পৰা নাই। **হৰেশ্বৰ শৰ্মা** বৰুৱা আন এজন

উপন্যাস লিখক; "কুসুমকুমাৰী" এৱেঁই লিখা 'ইতিবৃত্তমূলক' সামাজিক উপন্যাস। তথাপি উপন্যাসৰ ইতিহাস অধ্যয়নত এইখনৰ নাম নলৈ নোৱাৰি। কাৰণ যিমানদূৰ সম্ভৱ কুসুমকুমাৰীয়েই প্ৰথম বাস্তৱধৰ্মী উপন্যাস।

কথাশিল্পী **লক্ষ্মীনাথ বেজবৰুৱায়ো** প্ৰায় একে সময়তে উপন্যাস ৰচনাত হাত দিয়ে। এওঁৰ একমাত্ৰ উপন্যাস "পদুমকুঁৱৰী" ঐতিহাসিক দন্দুৱাদ্ৰোহৰ পটভূমিত ৰচিত; কিন্তু বুৰঞ্জীৰ সমল লৈও ই ৰোমাণ্টিক উপন্যাসৰ পৰিসীমাতে আবদ্ধ থাকিল। বেজবৰুৱাই সূৰ্য আৰু পদুমকুমাৰী, নায়ক-নায়িকাৰ নৈৰাশ্যপূৰ্ণ প্ৰেমাখ্যানটো দন্দুৱাদ্ৰোহৰ লগত সাঙুৰি দিবলৈ চেষ্টা কৰিছে। ঐতিহাসিক উপন্যাসৰ মৰ্যাদা নাপালেও অসমীয়া উপন্যাসৰ ইতিহাসত ৰোমাণ্টিক উপন্যাস হিচাপেই হওক কিম্বা উপন্যাসৰ কলা-কৌশলৰ পিনৰপৰাই হওক পদুমকুঁৱৰীয়ে আচুতীয়া আসন দাবী কৰিব পাৰে।

**ৰজনীকান্ত বৰদলৈ** অসমীয়া উপন্যাসৰ সাৰ্থক শিল্পী। তেওঁৰ উপন্যাস ৰচনাৰ প্ৰেৰণাৰ উৎস আছিল ইউৰোপৰ ছাৰ ৱাল্টাৰ স্কট আৰু বঙ্গৰ বঙ্কিমচন্দ্ৰ চট্টোপাধ্যায়। উপন্যাস ৰচনাৰ ক্ষেত্ৰত তেওঁক আজিও কোনোৱে চেৰ পেলাব পৰা নাই। তেওঁৰ প্ৰথম উপন্যাস "মিৰি জীয়ৰী" জনজাতীয় তথা মিৰি সম্প্ৰদায়ৰ সমাজ ব্যৱস্থাৰ ওপৰত ৰচিত এখন সামাজিক উপন্যাস। মিৰি ডেকা-গাভৰু জঙ্কি আৰু পানেইৰ হিয়া উপচি পৰা সৰল প্ৰেম-কাহিনীৰ লগত মিৰি সমাজ-ব্যৱস্থা অৰ্থাৎ নানা ৰীতি-নীতি অতি চমৎকাৰ-ভাৱে সহজ ভাষাত বৰ্ণনা কৰা হৈছে। মিৰি জীয়ৰী নিঃসন্দেহে এখনি সাৰ্থক সামাজিক উপন্যাস। তাৰ বাহিৰে তেওঁৰ আন আটাইকেইখন উপন্যাসৰ পটভূমি আহোম শাসনৰ শেষ কাল-ছোৱাৰ ঐতিহাসিক ঘটনা আৰু সেই কালৰ অসমীয়া সমাজ। "মনোমতী", "ৰঙ্গিলী", "নিৰ্ম্মল ভকত", "ৰহদৈ লিগিৰী" আৰু



"তাম্ৰেশ্বৰী মন্দিৰ" বহিৰাগত শত্ৰু মানৰ আক্ৰমণৰ পটভূমিত ৰচিত; "দন্দুৱাদ্ৰোহ" আৰু "ৰাধা ৰুক্মিণীৰ ৰণ" কিন্তু দেশৰ আভ্যন্তৰীণ বিদ্ৰোহৰ পটভূমিত ৰচিত। ইয়াৰ বাহিৰেও 'আৱাহন'ত ধাৰা-বাহিকভাৱে প্ৰকাশিত মৈতৈ অৰ্থাৎ মণিপুৰীসকলৰ এটা বিশেষ ঐতিহ্যমূলক ঘটনাৰ আলম লৈ লিখা "খাম্বা আৰু থোইবী" সাধুকথাও এই লানিতে থব পাৰি। এইখনক পিছে উপন্যাস বুলিব নোৱাৰি।

বৰদলৈৰ আটাইকেইখন উপন্যাস নায়িকা তথা নাৰী চৰিত্ৰ প্ৰধান, ডেকা-গাভৰুৰ যৌৱন পৰশত ফুলি উঠা দেহজ প্ৰেমেই হ'ল কাহিনীৰ মূলবস্তু। পাৰ্থিৱ স্তৰত য'ত সেই প্ৰেমৰ মিলন অসম্ভৱ হৈ পৰিছে তাতেই সি অপাৰ্থিৱ তথা আধ্যাত্মিক স্তৰলৈ উঠি গৈছে। কাহিনীৰ বৰ্ণনাত, চৰিত্ৰ বিকাশত, ঘটনা পৰম্পৰাত বুৰঞ্জীৰ বৈশিষ্ট্যপূৰ্ণ ঘটনাৰাজিয়ে ক'তো অকণো হেতা-ওপৰা কৰা নাই। এইখিনিতে বুৰঞ্জীমূলক উপন্যাসিকৰ শিল্পকাৰ্য প্ৰশংসনীয়। চৰিত্ৰ বিকাশৰ গতি সৰল। অৱশ্যে উপন্যাসকেখনত বৈষ্ণৱ ধৰ্মৰ অনুৰাগমূলক আলোচনা আৰু দেশপ্ৰেমৰ গভীৰ আবেদন মন কৰিব লগীয়া। মনোৰম পৰিবেশ সৃষ্টিৰ লগতে ঔপন্যাসিকে সমাজতাত্ত্বিক ফালটোৰ প্ৰতিও চকু দিবলৈ পাহৰা নাই। 'মিৰি জীয়ৰীৰ' মিছিং সমাজ আৰু উপন্যাসকাৰৰ ব্যক্তিগত স্মৃতি, 'মনোমতী'ৰ বৰপেটাৰ সত্ৰীয়া পৰিবেশ আৰু বুৰঞ্জীৰ ঘটনাৰ তীব্ৰ আচোৰ, 'ৰঙ্গিলী' আৰু 'ৰহদৈ লিগিৰী'ৰ মানৰ আক্ৰমণত ককাল-ভঙা অসম আৰু অসমীয়া সমাজ, 'তাম্ৰেশ্বৰীৰ মন্দিৰ'ৰ শদিয়াৰ নৰবলি প্ৰথা, 'দন্দুৱাদ্ৰোহ'ৰ দেশৰ আভ্যন্তৰিক প্ৰজা বিদ্ৰোহ আদি কথাবোৰ যি কোনো পাঠকৰ বাবেই আনন্দদায়ক। 'নিৰ্ম্মল ভকত'ৰ মূল Enoch Arden হব পাৰে, কিন্তু অসমীয়া পৰিবেশত তাৰ ৰূপান্তৰকৰণৰ সফলতাই বৰদলৈক অধিক শক্তিশালী কথা-শিল্পী ৰূপেহে চিনাকি কৰি দিয়ে। মুঠতে, ৰজনীকান্তৰ উপন্যাসে

এহাতে যিদৰে অসমীয়া সাহিত্য চহকী কৰিলে আনহাতে বুৰঞ্জীৰ দুৰ্যোগপূৰ্ণ অধ্যায়ৰ ভয় সঞ্চাৰী ঘটনাও যে শিল্পীৰ তুলিকা বা কাপৰ আচোৰত যি কোনো লোকৰ চিত্তজয় কৰিব পাৰে তাৰেই অপূৰ্ব নিদৰ্শন ৰাখি গৈছে। সেইবাবেই বৰদলৈক 'উপন্যাস সম্ৰাট', 'অসমৰ স্কট' বা 'অসমীয়া উপন্যাসৰ জনক' আখ্যা দিয়াৰ যুক্তি অস্বীকাৰ কৰা নাযায়।

এওঁলোকৰ পৰৱৰ্তী কালছোৱাত নাম লব পৰা সমপৰ্যায়ৰ উপন্যাস বা ঔপন্যাসিক পোৱা নাযায়। তথাপি কেজনমান কৃতীমান লিখকে উপন্যাস ৰচনাৰ গতিটো অব্যাহত ৰাখিবলৈ চেষ্টা কৰি আহিছে। আহোম আৰু কছাৰী যুদ্ধৰ পটভূমিত ৰচিত "মালিতা" **হিতেশ্বৰ বৰবৰুৱাৰ** এখনি বিয়োগান্ত উপন্যাস। তেওঁৰ "মইনা" নামৰ আন এখনি সৰু উপন্যাস 'মিলন'ত প্ৰকাশ হৈছিল। পৰৱৰ্তী কালৰ **দণ্ডিনাথ কলিতা** সফল উপন্যাস লিখক। "ফুল" আৰু "সাধনা" এওঁৰ আগৰ ৰচনা। মান ভগনীয়াৰ পটভূমিত লিখা "ফুল" আচলতে তেওঁ ছাত্ৰাৱস্থাতে লিখা উপন্যাস ; কিন্তু সামাজিক বিষয়বস্তু আৰু সংস্কাৰকামী আলোচনাৰ যুক্তি তৰ্কৰ দ্বাৰা সমৃদ্ধ বুজন আকাৰৰ "সাধনা" তেওঁৰ পৈণত বয়সৰ ৰচনা। আচলতে 'সাধনা'ই তেওঁক ঔপন্যাসিকৰূপে প্ৰতিষ্ঠিত কৰি গ'ল। তেওঁৰ আনকেইখন উপন্যাস যুদ্ধোত্তৰ কালত শেষ বয়সত লিখা। **দৈবচন্দ্ৰ তালুকদাৰৰ** "ধুৰঁলীকুৰঁলী", "অপূৰ্ণ", "আগ্নেয়গিৰি" আৰু "বিদ্ৰোহী"এই কালৰ ৰচিত উপন্যাস। আটাইকেইখন উপন্যাসতে তেওঁৰ সমাজ সংস্কাৰৰ মনোভাৱ আৰু উচ্চ আদৰ্শবাদৰ প্ৰকাশ পৰিলক্ষিত হয়। তালুকদাৰৰ উপন্যাসবোৰ ঘটনা তথা সমস্যাবহুল আৰু অতিপাত বৰ্ণনামূলক। ফলত চৰিত্ৰ বিকাশত ঔপন্যাসিকক ঠায়ে ঠায়ে বিচলিত হোৱা দেখা যায়। যুদ্ধোত্তৰ কালছোৱাত তেওঁ কেবাখনো উপন্যাস ৰচনা কৰিছে।

**শৰৎচন্দ্ৰ গোস্বামীৰ** "পাণিপথ" বুৰঞ্জীমূলক ঘটনাৰ অৱলম্বনত



ৰচিত উপন্যাস ; কিন্তু কাহিনী, বৰ্ণনা, চৰিত্ৰ সৃষ্টি আদি কেউপিনৰ পৰা 'পাণিপথ' সামাজিক উপন্যাসৰ গণ্ডীতে আবদ্ধ আছে। **হৰিনাৰায়ণ দত্তবৰুৱাৰ** "চিত্ৰ দৰ্শন" একে পৰ্যায়ৰ উপন্যাস।

এওঁলোকৰ পৰৱৰ্তী উপন্যাস লিখকসকল বাস্তৱধৰ্মী সামাজিক উপন্যাসৰ প্ৰতিহে অধিক আকৃষ্ট হৈছিল। **নবীন ভট্টাচাৰ্যৰ** "চন্দ্ৰপ্ৰভা", **চিন্তাহৰণ পাটগিৰিৰ** "সংসাৰ চিত্ৰ", **স্নেহলতা ভট্টাচাৰ্যৰ** "লীলা" আৰু "বেমেজালি" আদি এই কালৰ নাম লব পৰা উপন্যাস। অৱশ্যে আন তিনিজন লিখক **শান্তিৰাম দাসৰ** "বৈৰাগী", 'আৱাহন'ত ধাৰাবাহিকভাৱে ওলোৱাৰ পিছত পুথিৰূপে প্ৰকাশিত **দীননাথ শৰ্মাৰ** "উষা" আৰু **মেদিনীকান্ত ঠাকুৰীয়াৰ** "কৰুণা" উপন্যাস ভঁৰালৈ এই কালৰ উল্লেখযোগ্য বৰঙণি।

এই শতাব্দীৰ প্ৰায় দ্বিতীয় দশকমানলৈকে অসমীয়া উপন্যাসৰ ধাৰাটো বুৰঞ্জীমুখী, তৃতীয় দশকমানৰপৰাহে ই সমাজমুখী হৈ পৰে। আগৰ কালছোৱাত **ৰজনীকান্ত** বৰদলৈক বাদ দিলে একাগ্ৰভাৱে উপন্যাস ৰচনাত লাগি থকা কোনো লিখকৰে নাম লব নোৱাৰি। দ্বিতীয় মহাসমৰলৈকে অসমীয়া উপন্যাসৰ বিকাশৰ গতিটো খুব মন্থৰ। ইয়াৰ পিছৰ কালছোৱাতহে অসমীয়া ঔপন্যাসিকে টোপনিৰপৰা যেন হঠাৎ এজামুৰি দি উঠি বহিছে। সাম্প্ৰতিক কালৰ ঔপন্যাসিকৰ উপন্যাস ৰচনাৰ নতুন নতুন কলা কৌশল আৰু উদ্যমৰ কাৰণে এই বিধ সাহিত্যৰ গতি আগতকৈ বহুগুণে ক্ষিপ্ৰতৰ হৈ পৰিছে।

## চুটি গল্প

চুটি গল্প প্ৰাচীন কালৰেপৰা সকলো দেশৰ সাহিত্যতে আছিল। হিতোপদেশ, পঞ্চতন্ত্ৰ, ইছপৰ সাধু, বৌদ্ধ জাতক, ৰাজকুমাৰ-ৰাজকুমাৰীৰ সাধু বা ৰূপকথা, আৰব্য উপন্যাস আদিত চুটি গল্পৰ ভালেমান নিদৰ্শন আছে। কিন্তু বৰ্তমান কালৰ চুটি

গল্পৰ লগত সিবিলাকৰ প্ৰকৃতিগত পাৰ্থক্য বিদ্যমান। চমৎকাৰিত্ব, সংক্ষিপ্ততা, আঙ্গিকৰ বৈচিত্ৰ্য আৰু ৰসঘনতা বৰ্তমান কালৰ চুটি গল্পৰ প্ৰধান বিশেষত্ব। ইয়াৰ ঠেক পৰিসৰৰ মাজেদি একোটাইঁত সমস্যাৰদ্বাৰা উত্তৰ হোৱা মনস্তত্ত্বৰ সংঘাত দাঙি ধৰিব পাৰি। কিয়নো একোটা বিশেষ মুহূৰ্তৰ ওপৰত তীব্ৰভাৱে আলোকপাত কৰাই ইয়াৰ অভিপ্ৰায়। অৱশ্যে ৰচনাশৈলী, শিল্পচাতুৰ্য আৰু পৰিবেশ সৃষ্টিৰ ওপৰত চুটি গল্পৰ সাৰ্থকতা বহুখিনি নিৰ্ভৰশীল। এই চুটি গল্পও কিন্তু পাশ্চাত্য সাহিত্যৰে দান।

উনবিংশ শতিকাত ইউৰোপত চুটি গল্পৰ আত্মপ্ৰকাশ আৰু সেই শতিকাৰ শেষৰ ফালেহে সি এটা স্বকীয়া গঢ় লয়। আনহাতে অসমীয়াত কুৰি শতিকাৰ আদি ভাগতহে এইবিধ সাহিত্য ৰচনাৰ সূত্ৰপাত হয়। অৱশ্যে ইয়াৰ আগতো 'অৰুনোদই' আদি কাকতত এই জাতীয় ৰচনা প্ৰকাশ হৈছিল; কিন্তু প্ৰথম দৃষ্টিত অৰ্থাৎ আকৃতিৰ ফালৰপৰা সিবোৰক চুটি গল্প যেন লাগিলেও তাৰ প্ৰকৃতি স্বকীয়া—যিটো কাৰণত সিবোৰে 'নীতিমূলক কাহিনী-আখ্যান-উপকথা'ৰ চৌহদ বগাই আহিব নোৱাৰিলে। একেষাৰ কথাত, সেইবোৰক পুৰণি সাধুকথাৰ সাঁচত মৰা নতুন লোকৰ ন-কালৰ সৃষ্টি বোলাহে যুগুত। এই পৰ্যায়ৰ উল্লেখযোগ্য নিদৰ্শন গুণাভিৰাম বৰুৱাৰ ভাৰ্যা **বিষ্ণুপ্ৰিয়া** দেৱীৰ "সাধুকথা" আৰু **জ্ঞানানন্দ** জগতীৰ "সাধুকথাৰ জোলোঙা"। অৱশ্যে পৰৱৰ্তী **লক্ষ্মীনাথ** বেজবৰুৱাৰ "বুঢ়ী আইৰ সাধু", "ককাদেউতা আৰু নাতি ল'ৰা" আৰু"জুনুকা" আৰু **শৰৎ চন্দ্ৰ গোস্বামীৰ** "সাধুকথা" আদিত এই শ্ৰেণীৰ ৰচনাকে সংগ্ৰহ কৰাৰ প্ৰচেষ্টা পৰিলক্ষিত হয়।

**লক্ষ্মীনাথ** বেজবৰুৱাকে অসমীয়া চুটি গল্পৰ জনক বুলি কোৱা হয়। বেজবৰুৱাৰ গল্প সংকলন হ'ল "সুৰভি", "সাধুকথাৰ কুকি" আৰু "জোনবিৰি"। সংকলনৰ আটাইবোৰেই গল্প নহয়, কিছুমানত সাধুকথাৰ লক্ষণ বৈ গৈছে। উনবিংশ শতিকাৰ শেষস্তৰৰ ভাঙনমুখী



অসমীয়া সমাজখনৰ সকলো দিশৰে ভালবেয়া কথাবোৰ তেওঁৰ গল্পৰ স্নায়ুকেন্দ্ৰ। তেওঁৰ সংস্কাৰধৰ্মী মনটোৱে অন্যান্য ৰচনাৰ দৰে গল্পৰ মাজেদিও অন্তঃসাৰশূন্য সমাজখন আৰু তাৰ দুৰ্নীতিৰ অনুশীলনৰত লোকসকলক বিদ্ৰূপ বাণেৰে ক্ষতবিক্ষত কৰিবলৈ এৰা নাই। ভেমপুৰীয়া মৌজাদাৰ, আমাৰ সংসাৰ, ভোকেন্দ্ৰ বৰুৱা আদি এই শ্ৰেণীৰ গল্প। আনহাতে ভদৰী, জলকুঁৱৰী, এৰাবাৰী, কন্যা আদি গল্পৰ মাজেদি গাঁৱলীয়া জীৱনৰ ওপৰতো চমৎকাৰ-ভাৱে আলোকপাত কৰিবলৈ সক্ষম হৈছে। সাধুকথা আৰু গল্পৰ পাৰ্থক্য ৰক্ষাত তেওঁ সতৰ্কতা অৱলম্বন কৰা নাছিল যদিও বেজবৰুৱাৰ গল্পৰ আদৰ কোনোদিনে নকমে। তদুপৰি ঐতিহাসিক দৃষ্টিত তেওঁৰ গল্পৰ মূল্য কোনো গুণে কম নহয়।

তেওঁৰ পাছতেই "ময়না", "গল্পাঞ্জলি", "বাজিকৰ" আৰু "পৰিদৰ্শন"ৰ গল্পকাৰ **শৰৎচন্দ্ৰ** গোস্বামীৰ নাম বিশেষভাৱে উল্লেখযোগ্য। সমাজৰ অন্যায় অবিচাৰৰ প্ৰতি সততে সচেতন আছিল যদিও গোস্বামীয়ে কাকো বিদ্ৰূপ কৰা নাই, ব্যঙ্গাত্মক দৃষ্টিভঙ্গীও তেওঁ লোৱা নাই। দুঃখ-সুখ আশা-নিৰাশাৰে ভৰা গাঁৱলীয়া জীৱনৰ চিত্ৰাঙ্কনকে এওঁ গল্পত মুখ্য স্থান দিছে। ৰচনাৰীতি সৰল আৰু গল্পৰ কেন্দ্ৰ ভাৱৰ প্ৰতি সজাগ হোৱা বাবে তেওঁৰ গল্পৰ প্ৰকাশভঙ্গীত ক'তো অকণো আঁৰ লগা নাই। পীড়িত, দুৰ্বল আৰু অসহায়ৰ প্ৰতি তেওঁ যথেষ্ট সহানুভূতিশীল। গ্ৰাম্য জীৱনৰ হাঁহি-কান্দোন ভৰা সমাজখনেই তেওঁৰ গল্পৰ পটভূমি। গাঁৱলীয়া দ্বন্দ্ব খৰিয়াল,গাঁৱলীয়া লোকৰ সহজ বিশ্বাস—নিয়তিৰ বিধান, মাতৃ-স্নেহ, ডেকা-গাভৰুৰ প্ৰেম-মিলন, গাঁৱলীয়া জীৱনৰ অবৈধ প্ৰণয় আদিৰ প্ৰকাশ তেওঁৰ গল্পৰ মন কৰিব লগীয়া বিষয়। বেজবৰুৱাৰ দৰে হাস্যৰস বা ব্যঙ্গভাৱৰ তীব্ৰতা নাথাকিলেও তেওঁৰ গল্পৰ পৰ্যবেক্ষণশীলতা আৰু চিত্ৰাঙ্কনৰ প্ৰাঞ্জলতাই যি কোনো পাঠকৰ অন্তৰ চুই যায়। সংযত আৰু নিৰাভৰণ গদ্য-ৰীতিয়ে

তেওঁৰ গল্পৰ সৌষ্ঠৱ বৃদ্ধি কৰিছে। গল্পকাৰ হিচাপে অসমীয়া সাহিত্যত শৰৎচন্দ্ৰক সম্মানৰ আগশাৰীত স্থান নিদি নোৱাৰি।

পৰৱৰ্তী গাল্পিকসকলৰ ভিতৰত পোনতে আমাৰ দৃষ্টি আকৰ্ষণ কৰে সাংবাদিক **লক্ষ্মীনাথ ফুকনে**। ডেকা বয়সত লিখা "মালা" তেওঁৰ প্ৰথম গল্পপুথি। এওঁৰ গল্পৰ ভাষা সবল, প্ৰকাশভঙ্গী সংযত, আৰু শব্দ প্ৰয়োগৰ কৌশলতো এওঁৰ পটুতা স্বীকাৰ্য। **নকুল ভূঞাৰ** "চোৰাংচোৱাৰ চ'ৰা" ডেকা বয়সত লিখা গল্পৰ পুথি। চহাজীৱনৰ ডেকা-গাভৰুৰ হিয়া-মন দিয়া দি কৰা কথা লৈয়ে এওঁৰ গল্প ব্যস্ত। **দেৱেশ্বৰ শৰ্মাৱে** শ্ৰীদে-শ ছদ্মনামত 'আলোচনী', 'বঁহী', 'ন-জোন' আদি কাকতত গল্প লিখিছিল। **শৰৎ গোস্বামীৰ** সমসাময়িক এইজনা গাল্পিকৰ গল্পসমূহ সামাজিক চিত্ৰপ্ৰধান। **সূৰ্যকুমাৰ ভূঞাৰ** "পঞ্চমী" মাত্ৰ পাচোঁটা গল্পৰ সংকলন। এৱোঁ সমাজ সচেতন গল্পকাৰ। **দণ্ডিনাথ কলিতা** আন এজন সমাজ সচেতন গল্প লিখক। সামাজিক বৈষম্য তথা অন্যায় অবিচাৰৰ প্ৰতি তেওঁ সদায় বিদ্ৰোহ ঘোষণা কৰি আহিছে; তেওঁৰ "সাতসৰী" এই ধৰণৰ সাতোটা গল্পৰ সংকলন। এওঁলোকৰ পিছতে "চানেকি"ৰ গল্পকাৰ **ৰামানন্দ বৈশ্যৰ** নাম লব পাৰি। মিত্ৰদেৱ মহন্তৰ "চন্দ্ৰহাৰ" এই কালৰ গল্প পুথি। গ্ৰাম্য জীৱনৰ চিত্ৰপ্ৰধান এই গল্পখিনিত ফকৰা-যোজনাৰ সুপ্ৰয়োগৰদ্বাৰা মহন্তই সুন্দৰভাৱে হাস্যৰসৰ সৃষ্টি কৰিব পাৰিছে।

এওঁলোকৰ পাছত যিকেগৰাকী গল্পলিখকে আমাৰ দৃষ্টি আকৰ্ষণ কৰে তেওঁলোক আচলতে প্ৰথম অৱস্থাত বিভিন্ন আলোচনীৰ যোগেদি গল্প ৰচনাৰ প্ৰয়াস কৰিছিল। তেওঁলোকৰ ৰচনাসমূহ আলোচনীৰ পাতৰপৰা সযতনে আনি বহুতে পুথি আকাৰে ছপাই উলিয়াইছে। 'আৱাহন'কে এওঁলোকৰ গল্প ৰচনাৰ ব্যাপক অনুশীলন ক্ষেত্ৰ বুলি কব পাৰি। এই চাম গল্প লিখকৰ ভিতৰত নগেন্দ্ৰ নাৰায়ণ চৌধুৰী, হলীৰাম ডেকা, লক্ষীধৰ



শৰ্মা, ৰমা দাশ, বীণা বৰুৱা ত্ৰৈলোক্যনাথ গোস্বামী, নিৰ্মলা দেৱী, মুনীন বৰকটকী, জমিৰুদ্দিন আহমদ, কৃষ্ণ ভূঞা, ৰাধিকা মোহন গোস্বামী, সুপ্ৰভা গোস্বামী, উমাকান্ত শৰ্মা, দীননাথ শৰ্মা, ইন্দিবৰ গগৈ, চৈয়দ আব্দুল মালিক, হৰিপ্ৰসাদ গোৰ্খাৰায়, গোবিন্দচন্দ্ৰ পৈৰা, প্ৰবোধ গোস্বামী, প্ৰেমনাৰায়ণ দত্ত, মোহনলাল চৌধুৰী, জগদীশ মেধি আদিৰ নাম উল্লেখ কৰিব পাৰি। এওঁলোকৰ গল্প-সমূহ ঘাইকৈ আৱাহনৰ পাততে আছে। **নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ** গল্প সংকলন এটা ওলাইছে। তেওঁৰ কিছুমান গল্প আদি ৰসাত্মক, কিছুমানত সামাজিক সমস্যা আৰু কিছুমানত ভাব-জগতৰ কথা প্ৰকাশ পাইছে। **হলীৰাম ডেকা** সদালাপী। বুদ্ধিদীপ্ত হাস্যৰস, ব্যঙ্গৰ বক্ৰতা আৰু সৰস বাক্‌ভঙ্গীয়ে তেওঁৰ গল্পৰ বিশেষত্ব। **লক্ষ্মীধৰ শৰ্মাৰ** "ব্যৰ্থতাৰ দান"ৰ আটাই কেইটা গল্প অ'ত ত'ত পৰি থকা আৱাহনৰ পাতৰপৰা আহৰিত। জৈৱিক সমস্যাপ্ৰধান যদিও সামাজিক দুৰ্বলতাৰ প্ৰতিও শৰ্মাৰ দৃষ্টি আছে, সেয়ে তেওঁ সমাজৰ অন্ধ গোড়ামি মষিমূৰ কৰি দিবলৈ বিচাৰে। যৌন প্ৰবৃত্তিৰ প্ৰচণ্ডতা আৰু তাৰ পৰিতৃপ্তিৰ মাদকতা-পূৰ্ণ বৰ্ণনাৰে তেওঁৰ গল্প উপচি পৰিছে। মনস্তাত্ত্বিক সংঘাতৰ চিত্ৰও তেওঁৰ দুই এটা গল্পত প্ৰকাশ পাইছে। এই দুজন গল্পকাৰৰ বলিষ্ঠ কাপৰ পৰশত অসমীয়া গল্পসাহিত্যই যেন নতুন প্ৰাণ পালে। **ৰমা দাশৰ** গল্পৰ বিষয় বৈচিত্ৰ্য নাই; ভাষাৰ সাৱলীলতা আৰু বৰ্ণনাৰ মাধুৰ্যৰ কাৰণে একেধৰণৰ বিষয়বস্তু আৰু চৰিত্ৰৰ চৰ্বিত চৰ্বণ হোৱা সত্ত্বেও তেওঁৰ গল্প পঢ়ি পাঠকে আমনি নাপায়। **মহীচন্দ্ৰ বৰা** বেজবৰুৱাৰদ্বাৰা প্ৰভাৱান্বিত। ব্যঙ্গাত্মক ভাৱ প্ৰকাশক তেওঁৰ গল্পই খামুচি ধৰিছে; সমাজৰ অন্যায় অবিচাৰৰ ওপৰতো তেওঁ আলোকপাত কৰিছে। সেয়ে পীড়িতজনৰ প্ৰতি তেওঁ সহানুভূতিশীল। **বীণা বৰুৱাৰ** গল্পখিনি ৰোমাণ্টিক আৰু গ্ৰাম্য জীৱনৰ চিত্ৰপ্ৰধান। এই ছদ্মনামত লিখা বিৰিঞ্চিকুমাৰ বৰুৱাৰ

গল্পখিনি বাস্তৱধৰ্মী আৰু চৰিত্ৰসমূহ অতি স্পষ্ট। দীঘলীয়া বৰ্ণনা আৰু উজ্জ্বল সংলাপনৰ মাজতো বৰুৱাই প্ৰকাশভঙ্গীত সবলতা অটুট ৰাখিব পাৰিছে। সমাজ সংস্কাৰকামী গল্পকাৰ ত্ৰৈলোক্যনাথ গোস্বামীৰ গল্পসমূহ সমাজৰ দুঃখ-দৈন্য আৰু অন্যায় অবিচাৰৰ চেপাত নিপীৰিত চৰিত্ৰৰদ্বাৰা সমৃদ্ধ। দাৰিদ্ৰ্য, নিষ্পেষিত আৰু সামাজিক নিৰ্যাতনত ডুব যোৱা লোকৰ প্ৰতি তেওঁ সহানুভূতিশীল। ৰচনাৰীতি আড়ম্বৰহীন, কিন্তু ব্যঙ্গাত্মক বিদ্ৰূপ বাণৰ তীব্ৰ খোচ মাৰিবলৈ আৰু হাস্যৰসৰ সৃষ্টি কৰিবলৈ এৰা নাই। দীননাথ শৰ্মাৰ গল্প ঘটনাপ্ৰধান আৰু সমস্যাবহুল। তেৰোঁ বাস্তৱবাদী লিখক। তেওঁৰ গল্পৰ চৰিত্ৰবোৰৰ মানসিক সংঘাত মন কৰিব লগীয়া। সৰল ভাষা প্ৰয়োগ কৰিও শৰ্মাই লালিত্যৰ মাজেদি ঘটনা পোনপতীয়াভাৱে পাঠকক আমনি নিদিয়াকৈ প্ৰকাশ কৰিব পাৰিছে। গোৰ্খাৰায় আৰু পৈৰা ছুয়োগৰাকী সমাজ সচেতন গল্প লিখক। প্ৰবোধ গোস্বামীৰ গল্প আধুনিক মধ্যবিত্ত লোকৰ জীৱনৰ নানা ঘাত-প্ৰতিঘাত, আঁশা-আকাঙ্ক্ষা লৈয়ে ব্যস্ত। তেওঁৰ ভাষা নিৰাভৰণ, সৰল আৰু তেওঁ অতি বাস্তৱবাদী গল্পকাৰ। জমিৰুদ্দিন আহমদ দৰিদ্ৰ জীৱনৰ কুলাই পাচিয়ে নধৰা কষ্ট আৰু সামাজিক অবিচাৰ লৈয়ে ব্যস্ত। ধনী-নিৰ্ধনীৰ মাজত থকা পাৰ্থক্যৰ প্ৰতিও তেওঁ সচেতন। সামাজিক অন্যায়ৰ বিৰুদ্ধে তেওঁ সদায় বিদ্ৰোহ কৰিব বিচাৰে।

এই চাম গল্প লিখকে আমাৰ দৃষ্টি আকৰ্ষণ কৰে দ্বিতীয় মহা যুদ্ধৰ আগৰ কালছোৱাত; তাৰ পিছতো তেওঁলোকে গল্প লিখাত মনোনিবেশ কৰিবলৈ এৰা নাই। এওঁলোকৰ গল্পপুথিসমূহ আচলতে যুদ্ধোত্তৰ কালছোৱাতহে প্ৰকাশ পাইছে। সেই কাৰণে গল্পকাৰ হিচাপে যুদ্ধোত্তৰ কালছোৱাকে এওঁলোকৰ পৰিপূৰ্ণতাৰ যুগ বুলিব পাৰি। সাম্প্ৰতিক কালৰ সাহিত্যৰ আলোচনা প্ৰসঙ্গত এই বিষয়ে মন্তব্য কৰা হৈছে। এইখিনিতে এযাৰ কথা উল্লেখ



কৰিব পাৰি যে অসমীয়া গল্প সাহিত্যৰ বিকাশত তিনিটা স্তৰ বা খাপ নিৰ্দেশ কৰিব পাৰি : বেজবৰুৱাৰপৰা অৰ্থাৎ 'জোনাকী'ৰ পৰা 'আৱাহন'লৈকে অসমীয়া গল্পৰ আদি যুগ অৰ্থাৎ যাইকৈ জোনাকী কাল ; 'আৱাহন'ৰ আৰম্ভণিৰপৰা দ্বিতীয় মহাসমৰলৈ অসমীয়া গল্পৰ দ্বিতীয় যুগ অৰ্থাৎ যাইকৈ আৱাহন যুগ আৰু যুদ্ধোত্তৰ কালৰ অসমীয়া গল্পৰ তৃতীয় বা সাম্প্ৰতিক যুগ অৰ্থাৎ ৰামধেনু যুগ। অসমীয়া গল্প সাহিত্যৰ তৃতীয় যুগৰ বিষয়ে পিছত আলোচনা কৰা হৈছে। অসমীয়া গল্প সাহিত্য বিকাশধাৰাত দ্বিতীয় যুগৰ অৱদান অতি গুৰুত্বপূৰ্ণ।

# আধুনিক কথা সাহিত্য ঃ নাটক আৰু ৰঙ্গমঞ্চ

প্ৰাচীন আলঙ্কাৰিকসকলৰ মতে নাটক দৃশ্যকাব্য। এই বিধ সাহিত্যই দুই প্ৰকাৰ কাব্য,—দৃশ্য আৰু শ্ৰব্য কাব্যৰ সহায়ত ৰঙ্গমঞ্চৰ যোগেদি মানৱজাতিৰ নানা কাৰ্য আৰু চৰিত্ৰ দৰ্শকৰ আগত উপস্থাপিত কৰে। নাট্যকাৰ পাছফালে লুকাই থাকি সমুখত ঘটনাৰ লগত জড়িত চৰিত্ৰদ্বাৰা তেওঁৰ বক্তব্য প্ৰকাশ কৰে। নাটকৰ ক্ৰমবিকাশৰ লগত ৰঙ্গমঞ্চ তথা মুকলি মঞ্চ বা নাট্যশালাৰ স্থায়ী মঞ্চ আৰু বিভিন্ন অভিনয় কলাৰ বীজ নিহিত আছে। আমাৰ দেশত অঙ্কীয়া নাট বা ভাওনাকেই নাট্যাভিনয়ৰ প্ৰথম পদক্ষেপ বুলিব পাৰি। অৱশ্যে ৰঙ্গমঞ্চৰ ইতিহাস অধ্যয়ন কৰিবলৈ গলে তাৰো আগৰ কালৰপৰা প্ৰচলিত কবিগান অৰ্থাৎ স্বভাৱ কবিৰ গীতৰ আবৃত্তি, পুতলা নাচ, ওজাপালিৰ গীত-আবৃত্তি, দেওধাৰ নাচ, ঢুলীয়াৰ নানা খেল-গীত আবৃত্তি, ভাৰবীয়াৰ নৃত্য-গীতানুষ্ঠান তথা আবৃত্তি আৰু অভিনয় কলা-কৌশল আদিৰ কথা চিন্তা কৰি চোৱা দৰ্কাৰ। অৱশ্যে সত্ৰীয়া ভাওনাৰ নিষ্প্ৰভতাৰ সুযোগ লৈ বঙ্গদেশীয় যাত্ৰাভিনয়ৰ অনুকৰণত অসমতো বিশেষকৈ পশ্চিমাঞ্চলত যাত্ৰাভিনয় দল গঢ়ি উঠে। এই আটাইবোৰ অভিনয়ৰ কাৰণে মুকলি ৰঙ্গমঞ্চই আছিল প্ৰশস্ত ; কেৱল পুতলা নাচৰ কথাত কিছু ব্যতিক্ৰম আছিল।

বৰ্তমান আমি যি নাট্যশালা বা স্থায়ী অভিনয় গৃহ আৰু ৰঙ্গমঞ্চ দেখিবলৈ পাইছোঁ এয়া আচলতে ইউৰোপীয় নাট্য আন্দোলনৰ পৰশত গঢ়ি উঠা অনুষ্ঠানহে, আৰু বৰ্তমান আমাৰ নাট্য-চৰ্চাৰ প্ৰেৰণাকো পাশ্চাত্য আন্দোলনৰ কোবাল পছোৱা প্ৰদত্ত বুলিহে কব লাগিব। আধুনিক নাটক ৰচনাৰ কলা-কৌশল, অঙ্ক, দৃশ্যবিভাগ ৰীতি, জীৱন আৰু জগতৰ সম্পৰ্ক সংৰক্ষণ, সকলো



বিষয়তে পশ্চিমীয়া আদৰ্শ আগত ৰাখি দেশীয় পটভূমিত তাক গঢ় দিয়া হৈছে। আমাৰ নাট্য সৃষ্টিৰ প্ৰচেষ্টাত থলুৱা গীত-মাত-যাত্ৰা আদি অভিনয় কলাৰ প্ৰেৰণা থাকিলেও মূল আদৰ্শ পাশ্চাত্য নাটক আৰু নাট্যশালা ( Theatre Hall ) ; স্থায়ী কিম্বা অস্থায়ী নাট্যশালাৰ অভাৱ আঁতৰাব নোৱাৰালৈকে মুকলি মঞ্চকে নাট্যাভিনয়ৰ স্থান হিচাপে লোৱা হৈছিল। সম্প্ৰতি সেই অভাৱ আঁতৰালেও নতুন অপৈণত বা 'এমেছাৰ' নাট্যাভিনয় দলবোৰে নাট্যশালাৰ মঞ্চৰ অনুকৰণত অস্থায়ীভাৱে মঞ্চ তৈয়াৰ কৰি লয়। এই নাট্যাভিনয়ৰ আধুনিক যুগৰ আগলৈকে অসমৰ ৰঙ্গমঞ্চ থলুৱা অভিনয়োপযোগী অনুষ্ঠানে শুৱনি কৰি আহিছিল যদিও বৰ্তমান তাৰ চিন মোকাম প্ৰায় নোহোৱা হৈ পৰিল, যিকণ অৱশিষ্ট আছে সিও প্ৰায় মুমূৰ্ষু অৱস্থা পাইছেহি। ধৰ্মকে মূল বিষয়বস্তুৰূপে লোৱা কাৰণেই সম্ভৱতঃ এই অৱনতিৰ সূচনা হ'ল। কিয়নো সেই কালৰ অভিনয়ৰ সকলো অনুষ্ঠান আছিল প্ৰচাৰধৰ্মী, বৈষ্ণৱ কিম্বা অনাবৈষ্ণৱ ধৰ্ম আছিল অভিনয়ৰ মূল প্ৰেৰণা। আনহাতে ক্ৰমশঃ বাস্তৱমুখী হৈ অহা সমাজত ধৰ্মৰ সেই প্ৰভাৱ কিছু পৰিমাণে ক্ষীণ হৈ আহিছিল। সেয়ে নতুন নাটকৰ লগতে ৰঙ্গমঞ্চও বাস্তৱ জীৱনৰ বাস্তৱবাদী ভাবাদৰ্শৰদ্বাৰা সিক্ত হৈ পৰিছিল।

**গুণাভিৰাম বৰুৱা** আধুনিক অসমীয়া নাটকৰ জনক। তেওঁৰ প্ৰথম নাট "ৰাম নৱমী" ( ১৮৫৭ ) সামাজিক বিয়োগান্তক নাটক। বাল্য-বিবাহৰ কুপৰিণতি আৰু সমাজত তাৰ কুপ্ৰভাৱ প্ৰতিপন্ন কৰি বিধবা বিবাহৰ প্ৰয়োজনীয়তা প্ৰমাণ কৰাই এই নাটৰ উদ্দেশ্য। পৰৱৰ্তী **হেমচন্দ্ৰ বৰুৱাৰ** "কানীয়া কীৰ্ত্তন" এই পৰ্যায়ৰ সামাজিক প্ৰহসন অৰ্থাৎ ব্যঙ্গ নাট। সেই সময়ত ধৰ্মৰ নামত প্ৰচলিত নানা ভণ্ডামি, ক্ষমতাৰ অপপ্ৰয়োগ আৰু দুৰ্নীতি, কানিৰ অপকাৰিতা আদি কথাবোৰ ব্যঙ্গাত্মক পৰিস্থিতিৰদ্বাৰা প্ৰকাশ কৰাই নাট্যকাৰৰ

অভিপ্ৰায়। সেইবাবে বৰুৱাই বহুতো চৰিত্ৰ লবলৈ বাধ্য হৈছে। **ৰুদ্ৰৰাম বৰদলৈৰ** "বঙাল বঙালনী" তল খাপৰ দুষ্ট বঙালী বেপাৰীৰ ঠগ প্ৰবঞ্চনা আৰু কুচৰিত্ৰা নাৰীৰ সাহচৰ্য আদি বিষয়বস্তুৰ আলম লৈ লিখা নাটক। এই তিনিও গৰাকী নাট্যকাৰৰ উদ্দেশ্য আছিল সমাজৰ বিভিন্ন অন্ধকাৰৰ দিশত আলোকপাত কৰি তাক সংস্কাৰ-মুখী কৰা। এওঁলোকৰ ঠিক পৰৱৰ্তী নাট্যকাৰসকলৰ উদ্দেশ্য আছিল কিন্তু কিছু পৃথক।

**ৰমাকান্ত চৌধুৰী** এই চাম নাট্যকাৰৰ অগ্ৰণী। তেওঁৰ অমিত্ৰাক্ষৰ ছন্দত ৰচিত "ৰাৱণ বধ" পৌৰাণিক নাটক। তেৱেঁই ৰচিত আন এখন নাট "সীতাহৰণ"ৰ পাণ্ডুলিপি উদ্ধাৰ হৈছে। তেওঁ বঙ্গৰ মাইকেল মধুসূদনৰদ্বাৰা বহুপৰিমাণে প্ৰভাৱান্বিত। **ভাৰতচন্দ্ৰ দাসৰ** "অভিমন্যু বধ", **কনকলাল বৰুৱা, গোপালকৃষ্ণ দে, ৰজনীকান্ত বৰদলৈৰ** যুটীয়াভাৱে ৰচিত "সাবিত্ৰী সত্যবান", **দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ** "গুৰু দক্ষিণা", **পূৰ্ণকান্ত শৰ্মাৰ** "হৰিশ্চন্দ্ৰ" আৰু "হৰধনুভঙ্গ", **দুৰ্গানাথ চাংকাকতীৰ** "চন্দ্ৰহংস", **দেৱনাথ বৰদলৈৰ** "বৈদেহী বিচ্ছেদ" আদি এইকালৰ উল্লেখযোগ্য পৌৰাণিক নাট। ৰামায়ণ মহাভাৰত আদিৰপৰা আহৰিত বিষয় বস্তুৰদ্বাৰা এই নাটসমূহ সমৃদ্ধ। প্ৰাচীন ধৰ্মমূলক কাব্যৰ চিত্তাকৰ্ষক ঘটনা বা কাহিনীক নাট্যৰূপ দিয়াত বাহিৰে এইখিনি নাটকৰ অসমীয়া নাটকৰ ক্ৰমবিকাশ বা নাট্য আন্দোলনত বিশেষ একো উল্লেখযোগ্য অৱদান নাই। অৱশ্যে নাট্য সাহিত্যৰ ইতিহাস পৰ্যালোচনাৰ ক্ষেত্ৰত এইখিনিৰ সাহিত্যিক মূল্য অস্বীকাৰ কৰিব নোৱাৰি। ওপৰৰ শেষোক্ত নাট্যকাৰজনৰ অপ্ৰকাশিত "হেমপ্ৰভা" ঐতিহাসিক নাটখন মান অধ্যুষিত অসমৰ ৰাজনীতিৰ ওপৰত আলোকপাত কৰিছে। মানৰ আক্ৰমণ আৰু আহোম শাসনৰ অধঃপতনৰ পটভূমিত এইখনেই প্ৰথম ঐতিহাসিক নাটক। এই আটাই কেইজনৰ ভিতৰত বঙ্গমঞ্চ অৰ্থাৎ অভিনয়ৰ যোগেদি জন-



প্ৰিয়তা লাভ কৰা "বৈদেহী বিচ্ছেদ" আৰু "হেমপ্ৰভা" নাটে এওঁক সফল নাট্যকাৰৰূপে পৰিচয় দিয়ে।

এই কেগৰাকী পৌৰাণিক নাট্যকাৰৰ পিছতেই আমাৰ দৃষ্টি আকৰ্ষণ কৰে কেইখনমান প্ৰহসন অৰ্থাৎ ব্যঙ্গ নাটকে। **লক্ষ্মীনাথ বেজবৰুৱা** সেই পথৰ অগ্ৰণী। তেওঁৰ "লিতিকাই", **দুৰ্গাপ্ৰসাদ মাজিন্দাৰ বৰুৱাৰ** "নিগ্ৰো" আৰু "মহৰি", **পদ্মনাথ গোহাঞি বৰুৱাৰ** "গাঁওবুঢ়া" আদিয়েই প্ৰধান প্ৰহসন। জধামূৰ্খ সাতজন ভায়েকৰ নিৰ্বুদ্ধিতাৰ আলমত "লিতিকাই" হাস্যৰসাত্মক নাটখন প্ৰথমে 'জোনাকী'ৰ পাতত ওলাইছিল। "মহৰি" নাটকে চাহাবী জীৱন তথা আদব কায়দাক আদৰিবলৈ গৈ নানাভাৱে লটিঘটি হোৱা বাগানৰ কৰ্মচাৰী জীৱনৰ সফল চিত্ৰ দাঙি ধৰিছে। "গাঁওবুঢ়া"ও সেই জাতীয় ধেমেলীয়া নাট।

এইখিনি নাট্যকাৰৰ সমসাময়িক কেজনমান অসমীয়া নাট্যকাৰে ইংৰাজী আৰু সংস্কৃত নাটকৰ অনুবাদতো হাত দিয়া দেখা যায়। সিসকলৰ ভিতৰত কলিকতীয়া অসমীয়া ছাত্ৰ চাৰি গৰাকী **ৰত্নধৰ বৰুৱা, ৰমাকান্ত বৰকাকতী, গুঞ্জানন বৰুৱা, ঘনশ্যাম বৰুৱাই** যুটীয়াভাৱে চেক্সপীয়েৰৰ "Commedy of Errors"-অৰ "ভ্ৰমৰঙ্গ" নাম দি অসমীয়ালৈ অনুবাদ কৰে, আৰু কলিকতাতে সম্পূৰ্ণ নাটখনিৰ অভিনয় কৰাও হয়। ভাৰতীয় ভাষাত অনূদিত চেক্সপীয়েৰৰ সম্পূৰ্ণ নাটৰ মঞ্চাভিনয় অসমীয়াতে প্ৰথম, অন্যান্য ভাষাত এইজনা ইংৰাজ নাট্যকাৰৰ নাটকৰ দুই-এটা দৃশ্যহে অভিনয় কৰা হৈছিল তাৰ আগতে। **লম্বোদৰ বৰাই** কালিদাসৰ সংস্কৃত নাটক "অভিজ্ঞান শকুন্তলম্" নাটৰ অনুবাদ উলিয়ায়, আন এজন নাট্যামোদী **হৰেশ্বৰ শৰ্মা** বৰুৱায়ো একেখন নাটৰ অনুবাদ কৰি গৈছে। শৰ্মাবৰুৱাৰ অনুবাদত সমসাময়িক আধুনিক নাটকৰ প্ৰভাৱ মন কৰিব লগীয়া, সেয়ে তেওঁ চৰিত্ৰ-মুখৰ সংলাপত অমিত্ৰাক্ষৰ ছন্দৰ প্ৰয়োগ কৰিছে। **বেণুধৰ ৰাজখোৱাৰ** "সেউতী কিৰণ"

চেক্সপীয়েৰৰ "অ'থেলো" আৰু "হেমলেট"ৰ কাহিনীৰ অৱলম্বনত ৰচিত নাটক। এই দৰে দেখা যায় যে উনবিংশ শতিকাৰ শেষৰ ফালে অসমীয়া সাহিত্যত পূৰ্বৰ প্ৰহসনৰ উপৰিও পৌৰাণিক, সামাজিক আৰু ইতিহাসৰ ঘটনাৰ সহায়ত ৰচিত কাল্পনিক নাটক ৰচিত হৈছিল। সম্ভৱতঃ "ভ্ৰমৰঙ্গ"ই অসমীয়া নাট্যামোদীসকলৰ ওপৰত কিছু প্ৰভাৱ পেলাবলৈ সক্ষম হৈছিল। বেজবৰুৱাৰ "লিতিকাই" নাটকেও সামাজিক নাটক ৰচনাৰ ক্ষেত্ৰত প্ৰেৰণাৰ বীজ অঙ্কুৰিত কৰি থৈ যায়।

জোনাকী যুগৰ অসমীয়া সাহিত্যৰ নৱ জাগৰণৰ পিছৰপৰা নাট্যকাৰসকলে নতুন প্ৰেৰণা পালে। তদুপৰি কেজনমান জনপ্ৰিয় বঙালী আৰু ইংৰাজী নাট্যকাৰৰদ্বাৰাও কিছুপৰিমাণে অনুপ্ৰাণিত হ'ল। সেই আদৰ্শকে লৈ তেওঁলোকে সামাজিক আৰু ঐতিহাসিক নাট ৰচনাত মনোনিবেশ কৰিলে। **পদ্মনাথ গোহাঞি-বৰুৱা** এইসকল নাট্যকাৰৰ ভিতৰত আগৰনুৱা। তেওঁৰ ঐতিহাসিক নাটক চাৰিখন—"জয়মতী", "সাধনী", "গদাধৰ" আৰু "লাচিত বৰফুকন"। ইয়াৰে প্ৰথম দুখন নাট বিয়োগান্তক আৰু শেষৰ দুখন মিলনান্তক। প্ৰথম দুখন নাট অসমীয়া নাৰীৰ সতীত্ব তথা চাৰিত্ৰিক বৈশিষ্ট্য আৰু আত্মত্যাগৰ আদৰ্শৰে ৰঞ্জিত, আৰু আন দুখন নাটত আহোম ৰাজকুমাৰৰ ৰাজ্যাভিষেক, আহোম সেনাপতিৰ যুদ্ধ পৰিচালনা আৰু অসমীয়া সৈনিকৰ বীৰত্ব অৰ্থাৎ আহোম ৰাজত্বৰ সময়ত অসমীয়াৰ স্বদেশপ্ৰীতি, বীৰত্ব আৰু ব্যক্তিত্ব তথা জাতীয় চৰিত্ৰৰ গুণ-গান কৰা হৈছে। ঐতিহাসিক নাটক হিচাপে কোনোখনেই কিন্তু অনুকৰণীয় হব পৰা নাই। এওঁৰ পৌৰাণিক নাটক "বাণৰজা"ও নাটকীয় গাঠনিৰ পিনৰপৰা বিফল চেষ্টা ; কিন্তু ধেমেলীয়া নাট্যকাৰ হিচাপে "গাওঁবুঢ়া"ৰ দৰে গাঁৱলীয়া জীৱনৰ সফল চিত্ৰ আঁকি "টেটোন তামুলী" আৰু "ভূত নে ভ্ৰম" দুয়োখনতে তেওঁ কৃতকাৰ্যতা লাভ কৰিব পাৰিছে।



**বেনুধৰ ৰাজখোৱাৰ** "দুৰ্যোধনৰ উৰুভঙ্গ" আৰু "দক্ষযজ্ঞ" পৌৰাণিক নাটৰ উপৰিও স্ত্ৰীশিক্ষাৰ পটভূমিত ৰচিত "তিনি ঘৈণী", "অশিক্ষিত ঘৈণী", "কুৰি শতিকাৰ সভ্যতা" আৰু সামাজিক কুসংস্কাৰৰ ওপৰত ৰচিত "চোৰৰ সৃষ্টি", "যমপুৰী" আদি উল্লেখযোগ্য নাট। ৰাজখোৱায়ো আচলতে ধেমেলীয়া নাটক লিখকৰূপেহে কৃতকাৰ্য হব পাৰিছে। তেওঁৰো "চোৰৰ সৃষ্টি" আৰু "সেউতী কিৰণ"ত চেক্সপীয়েৰৰ নাটকৰ প্ৰভাৱ লক্ষ্য কৰা যায়। এই যুগৰ শ্ৰেষ্ঠ নাট্যকাৰ জনেই হ'ল **লক্ষ্মীনাথ বেজবৰুৱা**। "লিতিকাই" ৰচনাৰ প্ৰায় কুৰি বছৰমান পিছতহে তেওঁ পুনৰ নাটক ৰচনাত মন দিয়ে আৰু "নোমল", "পাচনি" আৰু "চিকৰতি নিকৰপতি" এই তিনিখন ধেমেলীয়া নাট ৰচনা কৰে। সৰু সুৰা সকলো ঘটনাৰ সমাবেশত চৰিত্ৰৰ স্বাভাৱিক বিকাশ আৰু দুই এঠাইত বৰ্ণনাৰ অতিৰঞ্জনৰদ্বাৰা তেওঁ হাস্যৰসৰ সৃষ্টি কৰিছে। উগ্ৰ জাতীয়প্ৰেমী, সমাজৰ সংস্কাৰকামী এইজনা নাট্যকাৰৰ তীব্ৰ অস্ত্ৰ আছিল ব্যঙ্গভাৱে নিক্ষেপকৰা শাণিত বিদ্ৰূপ বাণ। তাত তেওঁ সফল হৈছে। ঐতিহাসিক নাট্যকাৰ হিচাপেও তেওঁ কৃতকাৰ্যতা লাভ কৰিছে। এই পৰ্যায়ৰ "জয়মতী" আৰু "বেলিমাৰ" বিয়োগান্তক, "চক্ৰধ্বজসিংহ" মিলনান্তক নাট। জয়মতীৰ কৰুণ কাহিনীয়েই একেনামৰ নাটকৰ মূলবস্তু। আনহাতে "বেলিমাৰ" নাটৰ মূলবস্তু পতনোন্মুখী আহোম ৰাজ্যৰ নানা বিপৰ্যয়। আকৌ "চক্ৰধ্বজসিংহ"ৰ মূলবস্তু আহোম ৰাজ্য ৰক্ষাৰ্থে কৰা শৰাইঘাট আৰু বাঁহগড়ৰ ৰণ আৰু মোগলৰ পৰাজয়। অৱশ্যে সমালোচকৰ দৃষ্টিৰে চালে বেজবৰুৱাৰ এই কেখন নাটৰ কলা-কৌশলত চেক্সপীয়েৰৰ নাট্যৰীতিৰ অনুকৰণশীলতা চকুত পৰে।

**চন্দ্ৰধৰ বৰুৱা** আন এগৰাকী উল্লেখযোগ্য নাট্যকাৰ। "ভাগ্য-পৰীক্ষা" তেওঁৰ একমাত্ৰ ধেমেলীয়া নাট ; বাকী "মেঘনাদ বধ", "তিলোত্তমা সম্ভৱ" আৰু "ৰাজৰ্ষি" পৌৰাণিক নাট। প্ৰথম দুয়ো-

খন নাট বঙ্গদেশৰ মাইকেল মধুসূদনৰ একে নামৰ কাব্যৰপৰা আহৰিত চৰিত্ৰ আৰু বিষয়বস্তুৰ সহায়ত ৰচিত, ধেমেলীয়া নাটখনৰ বিষয়বস্তু গাঁৱলীয়া নিম্নস্তৰৰ সমাজ আৰু জীৱন। অভিনয়ৰ ফালৰপৰা অসমীয়া মঞ্চত "মেঘনাদ বধ" নাটে আশাতীত সফলতা আৰু জনপ্ৰিয়তা লাভ কৰিব পাৰিছে। দুৰ্গেশ্বৰ শৰ্মাৰ "পাৰ্থ পৰাজয়" আৰু "বালিবধ" পৌৰাণিক নাটৰ উপৰিও চেক্সপীয়েৰৰ 'As you Like It' অৰ মুকলি অনুবাদ "চন্দ্ৰাৱলী" ৰচনা কৰি গৈছে। এওঁৰ নাটকৰ ভাষাত অমিত্ৰাক্ষৰ ছন্দৰ সমাবেশ মন কৰিব লগীয়া। এওঁলোকৰ পাছতেই পদ্মনাথ শৰ্মাৰ "ন-বোৱাৰী", বলৰাম পাঠকৰ অমিত্ৰাক্ষৰ ছন্দত ৰচিত "লৱকুশ", ৰূপনাথ ভাগৱতী ছদ্মনামত ৰচিত শৰৎচন্দ্ৰ গোস্বামীৰ ৰূপক "পৰীক্ষা", ধনীৰাম দত্তৰ "উৰ্ব্বশী উদ্ধাৰ", ৰাধানাথ সন্দিকৈৰ "মূলা গাভৰু" ঐতিহাসিক নাট, পদ্মধৰ চলিহাৰ 'ৰোমিও জুলিয়েট'ৰ অনুবাদ "অমৰলীলা", ভাৰত দাসৰ "স্যামন্ত হৰণ", বুদ্ধীন্দ্ৰনাথ ভট্টাচাৰ্যৰ "ৰমণী গাভৰু" আদি নাটকে এসময়ত অসমীয়া ৰঙ্গমঞ্চত যথেষ্ট সমাদৰ লাভ কৰিছিল। এইবোৰ নাটকৰ সফল অভিনয়ে অসমীয়া মঞ্চাভিনয় তথা নাট্য আৰু মঞ্চ আন্দোলনক বহুখিনি আগবঢ়াই নিছিল সন্দেহ নাই।

শৈলধৰ ৰাজখোৱা আন এজন জনপ্ৰিয় নাট্যকাৰ। তেওঁৰ "বিদ্যাৰতী" কালিদাসৰ মূৰ্খতা আৰু জ্ঞান তথা কবিত্ব লাভৰ বিষয়-বস্তুৰে সমৃদ্ধ। তেওঁৰ আনখন নাট "অসম গৌৰৱ"ত আহোম ৰজা প্ৰতাপ সিংহৰ লগত হোৱা মুছলমানৰ সংঘৰ্ষৰ কথা বৰ্ণিত হৈছে। ঐতিহাসিক নাট্যকাৰ হিচাপে সফল নহলেও তেওঁৰ নাটকৰ ছন্দো-বদ্ধ ভাষা আৰু তাৰ প্ৰাঞ্জলতা মন কৰিব লগীয়া। তেওঁৰ দুয়োখন নাটৰে সাহিত্যিক মূল্য অস্বীকাৰ কৰিব নোৱাৰি।

কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ পৌৰাণিক নাট "কৃষ্ণকান্ত"ৰ বাহিৰেও চৰিত্ৰহীন স্বামীৰ হাতত লাঞ্ছিতা ভাৰ্যাৰ করুণ কাহিনীৰ



অৱলম্বনত ৰচিত "গৃহলক্ষ্মী" তেওঁৰে এখন গহীন সামাজিক নাটক। তদুপৰি চেক্সপীয়েৰৰ "বিষাদ কাহিনী" (King Lier), "দন্দুৰী দমন" (Taming of the Shrew), "ভ্ৰান্তি বিনোদ" (As you Like It) আৰু "তৰুণ কাঞ্চন" (Troilus and Cressida) অনুবাদ নাট ৰচনা কৰি গৈছে। শেষৰখন অনুবাদ নাট আৱাহনত ধাৰাবাহিকভাৱে প্ৰকাশ হৈ গৈছে।

মিত্ৰদেৱ মহন্ত আন এজন সফল নাট্যকাৰ। "বৈদেহী বিয়োগ", "প্ৰচ্ছন্ন পাণ্ডৱ", "বলিছলন" আদি পৌৰাণিক নাট সমূহৰ তুলনাত "কুকুৰীকণাৰ আঠমঙ্গলা", "বিয়া বিপৰ্যয়" আদি ধেমেলীয়া নাট কেইখনেহে মঞ্চৰ যোগেদি অধিক জনপ্ৰিয়তা লাভ কৰি গৈছে। "এটা চুৰত", "টেঙৰ ভেঙৰ", "চেঁচাজ্বৰ", "অচিন কাঠৰ ঠোৰা", "নিবোকা ৰজা", "বম্ ফুটুকা", "চৰণ ধূলি" আদি তেওঁৰ আন কেখনমান উল্লেখযোগ্য ধেমেলীয়া নাট। আটাই-বোৰৰে প্ৰধান বিষয়বস্তু হৈছে সমাজৰ ভণ্ডামি, কু-সংস্কাৰ আৰু চৰিত্ৰবোৰৰ দুৰ্বুদ্ধিতা। ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ "শ্ৰীবৎস চিন্তা" পৌৰাণিক নাট। এইখন অভিনয়োপযোগী নাট নহয় যদিও তাত প্ৰয়োগ কৰা অমিত্ৰাক্ষৰ ছন্দৰ কাৰণে নাটকৰ সাহিত্যিক মূল্য অৰ্থাৎ কাব্যিক মৰ্যদা বৃদ্ধি পাইছে। পজিৰুদ্দিন আহমদৰ "গুলেনাৰ" আৰু "সিন্ধু বিজয়" উল্লেখযোগ্য নাট।

কমলানন্দ ভট্টাচাৰ্যৰ "নগাকোঁৱৰ" আৰু "মৰাণ জীয়ৰী" উল্লেখযোগ্য ঐতিহাসিক নাট। নগাকোঁৱৰৰ মূল কাহিনী বুৰঞ্জী-প্ৰসিদ্ধ কনচেং বৰপাত্ৰ গোহাঞি আৰু তেওঁৰ যুদ্ধাদি কাৰ্যাৱলী। এইখন নাটকেও ৰঙ্গমঞ্চৰ যোগেদি যথেষ্ট সমাদৰ লাভ কৰিছিল। নাটকখন যুদ্ধ-বিগ্ৰহ, হত্যা-প্ৰতিহত্যা, অদ্ভুত ষড়যন্ত্ৰ আদিৰে ভৰপূৰ হোৱা সত্বেও চৰিত্ৰ বিকাশত নাট্যকাৰে ক'তো বাধা পোৱা নাই। মোৱামৰীয়া বিদ্ৰোহৰ নায়িকা ৰাধা-ৰুক্মিণীৰ কাহিনী আনখন নাটকৰ উপজীব্য। "অৱসান" আৰু "চিত্ৰাঙ্গদা" তেওঁৰে

আন তুখন পৌৰাণিক নাট। ঐতিহাসিক নাট্যকাৰ হিচাপে নকুলচন্দ্ৰ ভূঞাৰ নামো লব পাৰি। "বদন বৰফুকন", "চন্দ্ৰকান্ত সিংহ" আৰু "বিদ্ৰোহী মৰাণ" তেওঁৰ এই শ্ৰেণীৰ নাটক। আহোম ৰাজত্বৰ শেষ কালৰ অসমৰ ৰাজনৈতিক আৰু সামাজিক পৰিস্থিতিৰ পটভূমিত ৰচিত এওঁৰ আটাই কেইখন নাটকেই করুণান্তক। অৱশ্যে অভিনয়ৰ কাৰণে কেউখন নাটকেই উপযুক্ত। দৈৱচন্দ্ৰ তালুকদাৰেও "বামুণীকোঁৱৰ", "অসম প্ৰতিভা", "ভাস্কৰ বৰ্ম্মা" ঐতিহাসিক নাট ৰচনা কৰি গৈছে। তেওঁৰ নাটকত বুৰঞ্জীৰ ঘটনাৰ পৰিবেশ সৃষ্টি তকৈয়ো বাহ্যিক সংঘাত আৰু কাল্পনিক ঘটনাৰ প্ৰকাশ অধিক। "বিপ্লৱী", "চন্দ্ৰকলা" আৰু "লহঙা" তেওঁৰে তিনিখন সামাজিক নাটক। সমাজৰ ভণ্ডামি-তুৰ্নীতি নিৰ্মূল কৰি এখন পৱিত্ৰ সমাজ প্ৰতিষ্ঠা কৰাই নাট্যকাৰৰ অভিপ্ৰায়। "সতীৰ তেজ", "অগ্নি পৰীক্ষা" আৰু "কীচক বধ" গহীন নাটৰ সফল নাট্যকাৰ দণ্ডীনাথ কলিতাই প্ৰহসন ৰচনাতো হাত দিছিল : "পোহনীয়া কুকুৰ" আৰু "পৰাচিত" এই পৰ্যায়ৰ নাটক।

এই যুগৰ অন্যতম প্ৰসিদ্ধ নাট্যকাৰজন হ'ল অতুলচন্দ্ৰ হাজৰিকা। তেওঁ ভালেমান শিশু-সাহিত্য ৰচনা কৰাৰ লগতে বহুসংখ্যক নাটকো লিখিছে। অসমীয়া সাহিত্যত সৰ্বাধিক সংখ্যক নাটৰ নাট্যকাৰ হিচাপে এৱেঁই সন্মান পাবৰ যোগ্য। পৌৰাণিক, সামাজিক, ঐতিহাসিক নাটক লিখাৰ উপৰি অনুবাদতো তেওঁ হাত দিছিল ; যুদ্ধোত্তৰ কালত প্ৰকাশিত "বণিজকোঁৱৰ" চেক্সপীয়েৰৰ 'Merchant of Venice' অৰ অনুবাদ, "শকুন্তলা"ও সংস্কৃত অভিজ্ঞান শকুন্তলম্' নাটৰ অনুবাদ। "নন্দতুলাল", "কুৰুক্ষেত্ৰ", "নৰকাসুৰ", "শ্ৰীৰামচন্দ্ৰ", "সাবিত্ৰী", "বেউলা" আদি হাজৰিকাৰ পৌৰাণিক নাট। এইবোৰৰ ভাষাত অমিত্ৰাক্ষৰ ছন্দৰ প্ৰয়োগ মন কৰিব লগীয়া। 'নৰকাসুৰ', 'শ্ৰীৰামচন্দ্ৰ', 'বেউলা' তিনিওখন নাটকে অভিনয়ৰ ক্ষেত্ৰত যথেষ্ট জনপ্ৰিয়তা লাভ কৰিছিল যদিও



সমালোচকৰ দৃষ্টিত 'নৰকাসুৰ'হে আছিল তেওঁৰ শ্ৰেষ্ঠ নাটক। তেওঁৰ "কনৌজ কুঁৱৰী" দ্বিতীয় মহাযুদ্ধৰ আগতে প্ৰকাশিত উল্লেখযোগ্য ঐতিহাসিক নাটক। "মৰ্জ্জিয়ানা" আৰব্য উপন্যাসৰ আলম লৈ ৰচিত নাটক। সামাজিক অস্পৃশ্যতাৰ পটভূমিত ৰচিত "কল্যাণী" হাজৰিকাৰ আন এখনি অভিনয়ৰ উপযোগী নাটক। যি সময়ত অসমীয়া নাট্যামোদী তথা অভিনয়প্ৰিয় লোকসকলে নাটক বিচাৰি হাবাথুৰি খাব লগীয়া হৈছিল সেই সময়ত হাজৰিকাৰ এই নাটবোৰ আছিল তেওঁলোকৰ কাৰণে তৃষিতৰ মুখত একলহ পানী। হাজৰিকাৰ নাটসমূহে মুকলি ৰঙ্গমঞ্চ তথা যাত্ৰাভিনয় দলৰপৰা আৰম্ভ কৰি নাট্যশালা কিয় অনাতাঁৰ কেন্দ্ৰলৈকে নাট্যাভিনয়ৰ সকলো ক্ষেত্ৰতে সমানে মৰ্যাদা লাভ কৰিব পাৰিছে। সকলো মঞ্চৰ উপযোগীকৈ নাট ৰচনা কৰা নাট্যকাৰ সম্ভৱতঃ হাজৰিকাই প্ৰথম। ভাষা প্ৰয়োগৰ ক্ষেত্ৰতো হাজৰিকা সিদ্ধহস্ত।

অসমীয়া নাট্য আন্দোলনত বিশেষকৈ মঞ্চাভিনয়ৰ ক্ষেত্ৰত আধুনিকতম আৰু সৰ্বোজ্জ্বল নাট্যকাৰজনেই হ'ল জ্যোতিপ্ৰসাদ আগৰৱালা। তেওঁ নাট্যকাৰসকলক নাটক ৰচনাৰ আধুনিকতম কলা-কৌশল, আদব-কায়দাৰ সন্ধেদ দিয়াৰ লগতে ৰঙ্গমঞ্চ তথা অভিনয়ৰ ক্ষেত্ৰতো এটা পৰিৱৰ্তন আনি নতুন যুগৰ সৃষ্টি কৰিলে। ছাত্ৰাৱস্থাতে লিখা তেওঁৰ "শোণিত কুঁৱৰী" পৌৰাণিক নাট ; কিন্তু পৌৰাণিক নাটকৰ মাজতো তেওঁ বাস্তৱতা আৰোপণত কৃপণালি কৰা নাই অথচ সেই বাস্তৱতাৰ বোল লাগি পৌৰাণিক ৰূপ-গন্ধও দূৰ হোৱা নাই। এইখিনিতে নাট্যকাৰৰ কৃতীত্ব। ডেকা কালত ৰচিত সামাজিক নাটক "কাৰেঙৰ লিগিৰী" 'বিপ্লৱী মনৰ প্ৰতীক' স্বৰূপ নায়ক সুন্দৰ কোঁৱৰৰ চৰিত্ৰৰ আলম লৈ মধ্যযুগীয় ভাঙনমুখী সমাজক সমালোচনাৰ তীক্ষ্ণ বাণেৰে ক্ষত-বিক্ষত কৰা হৈছে। চৰিত্ৰসৃষ্টিত নাট্যকাৰ সফলতা অৰ্জন মন কৰিব লগীয়া ; ঘটনা-প্ৰবাহ স্বাভাৱিক আৰু গতিশীল ক'তো বাধা নাই। আকৌ দ্বিতীয়

মহাসমৰৰ পটভূমিত ৰচিত "লভিতা" আন এখনি বাস্তৱধৰ্মী সাৰ্থক নাটক। আধুনিকতম কলা-কৌশলৰ প্ৰয়োগ অবিহনে লভিতাৰ সফল অভিনয় দুৰূহ। "ৰূপালীম্" তেওঁৰ কাল্পনিক নাট। আগৰবালাৰ নাটকসমূহৰ বিশেষত্ব হ'ল এয়ে যে সফল অভিনয়ৰ বাবে কেউখন নাটকৰ বাবে সম্পূৰ্ণ আধুনিক আদব-কায়দাৰে সুসজ্জিত ৰঙ্গমঞ্চৰ প্ৰয়োজন। তদুপৰি বোলছবিৰ কাৰণেও তেওঁৰ কেউখন নাটেই উপযুক্ত।

জ্যোতিপ্ৰসাদৰ পিছতেই দ্বিতীয় মহাসমৰৰ আগতে প্ৰতিষ্ঠা লাভ কৰা অসমীয়া নাট্যকাৰসকলৰ ভিতৰত "নীলাম্বৰ" নাট ৰচক **প্ৰসন্নলাল চৌধুৰী**, "বিজয়া" আৰু "বিসৰ্জ্জন" প্ৰণেতা **আনন্দচন্দ্ৰ বৰুৱা**, "শকুনিৰ প্ৰতিশোধ" আৰু "কাশ্মীৰ কুমাৰী"ৰ লিখক গনেশ গগৈ, "কেনেমজা"ৰ ৰচক **পদ্মধৰ চলিহা**, "শৰাইঘাট", "পাৰ্থ-পৰাজয়" আৰু "বেডেনা ৰহস্য"ৰ ৰচয়িতা **নিত্যানন্দচন্দ্ৰ বৰুৱা**, "সীতা" ৰচোঁতা **কৰুনাধৰ বৰুৱা**, "কাল পৰিণয়" আৰু "আসাম হলিউদৰ" লিখক **প্ৰবীন ফুকন**, "শেষ পতাকা"ৰ ৰচক **উমাকান্ত শৰ্মা**, "কুমাৰ ভাস্কৰ"ৰ লিখক গোলোক শৰ্মা আদিৰ নাম উল্লেখ-যোগ্য। যুদ্ধোত্তৰ কালছোৱাত অসমীয়া নাট্য আন্দোলনৰ গতি আগৰ দৰেই মন্থৰ। দ্বিতীয় মহাসমৰলৈকে অসমীয়া নাট্য-সাহিত্যৰ ক্ৰমবিকাশত থূলমূলভাৱে তিনিটা স্তৰ নিৰ্দেশ কৰিব পাৰি: প্ৰহসন তথা ব্যঙ্গাত্মক সামাজিক নাট, পৌৰাণিক আৰু বুৰঞ্জীমূলক ঘটনাৰ সহায়ত ৰচিত ঐতিহাসিক নাট, আৰু সামাজিক আৰু কাল্পনিক নাট। ইয়াৰ বিকাশৰ লগত ৰঙ্গমঞ্চৰ ওতপ্ৰোত সম্বন্ধ। সেইবাবে তলত অসমীয়া ৰঙ্গমঞ্চৰ সংক্ষিপ্ত ইতিহাস দাঙি ধৰা হ'ল।

## অসমীয়া ৰঙ্গমঞ্চ

অসমীয়া নাট্য সাহিত্যৰ বিকাশ ধাৰাৰ লগত অভিনয় অৰ্থাৎ ৰঙ্গমঞ্চ বা stage-ৰ সম্পৰ্ক ওতপ্ৰোতভাৱে জড়িত। ৰঙ্গমঞ্চৰ



ওপৰতে নাট ৰচনা সম্পূৰ্ণভাৱে নিৰ্ভৰশীল। অসমীয়া ৰঙ্গমঞ্চৰ বিকাশত প্ৰাচীন ৰঙ্গমঞ্চৰ বিশেষ কিবা অৰিহণা থকা যেন নালাগে। আদিতে আমাৰ নাট্যাভিনয়ৰ কাৰণে কোনো স্থায়ী মঞ্চ নাছিল, দৰ্শকসকলে চাৰিওফালে বহি শান্তিৰে ওৰে নিশা অভিনয় উপভোগ কৰিব পৰাকৈ আহল-বহল খোলা ঠাইত নাটকৰ অভিনয় কৰা হৈছিল। কেৱল পুতলা নাচৰ ক্ষেত্ৰতহে ইয়াৰ ব্যতিক্ৰম ঘটিছিল। প্ৰাচীন ভাওনা, ওজা-পালি, ভাৰৱীয়া-নৃত্য আদিৰ পিছৰ স্তৰত বঙ্গদেশীয় যাত্ৰাদলৰ অনুকৰণত অসমতো ব্যৱসায়ৰ দৃষ্টিভঙ্গীৰে যাত্ৰাভিনয় দল গঠিত হৈছিল। তেওঁলোকৰ লক্ষ্য আছিল ব্যৱসায়। সেই উদ্দেশ্যকে লৈ যাত্ৰাভিনয় কৰিবলৈ লোৱাৰ পিছত তেওঁলোকৰ মাজত ব্যৱসায়িক প্ৰতিযোগিতা আহি পৰিল আৰু ক্ৰমশঃ নতুন নতুন পৰীক্ষা-নিৰীক্ষা চলিবলৈ ধৰিলে। ফলত দৰ্শকসকলৰ মনত নতুন-নতুন ৰুচিবোধৰ সঞ্চাৰ হবলৈ ধৰিলে। নাট্যাভিনয়ৰ এই দলবোৰেও লাহে লাহে উন্নত আৰু কিছু নতুন আদব-কায়দাৰ অভিনয়োপযোগী মঞ্চৰ কথা চিন্তা কৰিবলৈ ধৰিলে। ইতিমধ্যে বঙ্গদেশত মঞ্চ আন্দোলনে নাট্যকাৰ আৰু অভিনয়প্ৰিয় কলামোদীসকলৰ মাজত নতুন জাগৰণ আনি দিছিল; বিশেষকৈ মঞ্চ-সজ্জা আদিৰ ক্ষেত্ৰত বঙ্গদেশীয় কলা-কুশলী সকলৰ মাজত নতুন নতুন পৰীক্ষা-নিৰীক্ষা চলিবলৈ ধৰিছিল। সেই দেশত মঞ্চ আন্দোলনৰ পুৰঠ বীজ ৰোপণ কৰে হেৰাচিম লেবেডেফ নামৰ এগৰাকী ৰুছ দেশীয় নাট্যামোদীয়ে: ১৭৯৫ চনত তেৱেঁই পোনপ্ৰথমে কলিকতাত বিলাতী কায়দাত এটা নাট্যশালা তথা ৰঙ্গমঞ্চ সহ নাট্যমন্দিৰ স্থাপন কৰে। তেওঁ যি মঞ্চ নিৰ্মাণ কৰি নাটক অভিনয় কৰিছিল সিয়েই আছিল উত্তৰকালীন কলিকতীয়া মঞ্চ যি মঞ্চই পাইকপাৰাৰ জমিদাৰ সকলৰ পৃষ্টপোষকতাত লেবেডেফৰো প্ৰায় তেষষ্ঠি বছৰ কাল পিছত নিজস্ব গঢ় লৈছিল। সেই আদৰ্শতে আমাৰ ৰঙ্গমঞ্চ ঠন্

ধৰি উঠে। ইংৰাজৰ অনুকৰণত সমুখত আৰ-কাপোৰ, পাছত দৃশ্যপট, কাযত পাৰ্শ্বপট আদিৰ উপৰিও আলোক, শব্দযন্ত্ৰাদিৰ সমন্বয়ত মঞ্চৰ গম্ভীৰ পৰিৱেশৰ সূচনাই আমাৰ নাট্যমোদী সকলক ভাৱিত কৰি তুলিলে। নাট ৰচনাৰ কলা-কৌশলত পৰিৱৰ্তন ঘটিল, বিষয়বস্তু গ্ৰহণৰ ক্ষেত্ৰত তেওঁলোকে পৌৰাণিক বা ঐতিহাসিক ঘটনা বিচৰাতে আবদ্ধ নাথাকিল—দৈনন্দিন জীৱনৰ বাস্তৱ অভিজ্ঞতাই দিয়া সমাজখনৰপৰা নাট্যবস্তু আহৰণ কৰিবলৈ ধৰিলে। দৰ্শকৰ ৰুচিবোধ যিহেতুকে নাট্যকাৰৰ প্ৰথম লক্ষ্য সেয়ে কাহিনী বা চৰিত্ৰ বিকাশৰ ক্ষেত্ৰত অঙ্ক দৃশ্যাদিৰ বিভাগতো তেওঁলোকে সেই আদৰ্শ আগত ৰাখিবলৈ বাধ্য হ'ল।

আধুনিক নাট্য-আন্দোলনৰ আদিছোৱাত ৰচিত অসমীয়া নাটকবোৰৰ অভিনয় হোৱাৰ প্ৰমাণ পোৱা টান; কিন্তু পৰৱৰ্তী কালৰ "সীতাহৰণ", "ৰাৱণ বধ" আদি নাটকবোৰে যে অভিনয়ৰ যোগেদি জনপ্ৰিয়তা লাভ কৰিছিল তাৰ প্ৰমাণ আছে। এই বোৰৰ অভিনয়ৰ ক্ষেত্ৰত অস্থায়ী মঞ্চই আছিল প্ৰশস্ত স্থান। সম্ভৱতঃ যোৱা শতিকাৰ সপ্তম দশকত পোন প্ৰথমে গুৱাহাটীত ৰঙ্গমঞ্চ নিৰ্মাণৰ প্ৰচেষ্টা চলে। এই দৰে অস্থায়ী মঞ্চত কিছুকাল অভিনয় কৰাৰ পিছত স্থায়ীভাৱে ৰঙ্গমঞ্চ সজাৰ আয়োজন চলে; আৰ্য নাট্যমন্দিৰ সেই প্ৰচেষ্টাৰে সূচনা বুলিব পাৰি। তাৰ পিছতহে কুমাৰ ভাস্কৰ নাট্যমন্দিৰৰ আদিৰূপৰ নিৰ্মাণ কাৰ্য চলে। যোৰহাটতো যোৱা শতিকাৰ শেষ দশকত এটা খেৰী ঘৰত ৰঙ্গমঞ্চ সজা হৈছিল; তাৰ পিছতহে অসমীয়া আৰু বঙালী দলৰ যত্নত দুটা সুকীয়া মঞ্চ নিৰ্মিত হৈছিল। গোলাঘাটত নাট্যমন্দিৰ যোৰহাটতকৈ ৪।৫ বছৰৰ আগতে সজা হৈছিল যদিও অভিনয়ৰ ক্ষেত্ৰত পাৰ্থক্য কম আছিল। বৰ্তমান শতিকাৰ তৃতীয় দশকত শিৱসাগৰ আৰু তেজপুৰ নাট্যমন্দিৰে অসমীয়া নাট্যাভিনয়ৰ ক্ষেত্ৰত এটা নতুন জাগৰণ আনি দিছে, বিশেষকৈ আধুনিক



সাজ-সজ্জা আৰু সকলো কল-কৌশলেৰে এই মঞ্চ দুটা আছিল সুসজ্জিত। বৰ্তমান যি ঠাইত শিৱসাগৰ নাট্যমন্দিৰৰ ঘূৰণ মঞ্চৰ বিকাশ ঘটিছে সেই ঠাইতে শিৱসাগৰ নাট্যসমাজে প্ৰায় পঁচিশ বছৰ কাল অস্থায়ীভাৱে মঞ্চ সাজি অভিনয় কাৰ্য চলোৱাৰ পিছত এটি নাট্যশালা নিৰ্মাণ কৰিছিল।

তেজপুৰৰ বাণ ষ্টেজৰ ইতিহাসো মন কৰিব লগীয়া। আচলতে ১৯৫৭ চনত বাণ ষ্টেজ নিৰ্মাণ কৰাৰ প্ৰায় ষাঠি বছৰমানৰ আগতে তাত এটা নামঘৰ আৰু লগতে সকলো বাদ্যযন্ত্ৰ সহ এটি ৰঙ্গমঞ্চ নিৰ্মাণ কৰা হৈছিল। অৱশ্যে তেতিয়াও তাৰ নাম আছিল বাণ নাট্যমন্দিৰ।

মঙ্গলদৈ আৰু নগাঁৱৰ নাট্যাভিনয়ৰ কথাও উল্লেখযোগ্য। এই দুয়ো ঠাইৰ নাট্যামোদীসকল নাট্যাভিনয়ৰ ক্ষেত্ৰত সক্ৰিয় হৈ পৰাৰ লগে লগে বিশেষভাৱে অৰিহণা যোগাই আহিছিল এই শতিকাৰ প্ৰাৰম্ভৰপৰাহে। বৰপেটা, পাঠশালা, নলবাৰী আদি ঠাইৰ নাট্যামোদীসকলৰ কথাও উল্লেখ নকৰি নোৱাৰি। পাঠশালাৰ কলাকুশলীসকল এই বিষয়ত বিশেষ প্ৰশংসাৰ পাত্ৰ। বৰ্তমান অসমৰ প্ৰায়বোৰ চহৰতে নাট্যমন্দিৰ প্ৰতিষ্ঠিত হৈছে, তাৰে কিছুমান আধুনিক সা-সঁজুলিৰে সুসজ্জিত—উন্নত, আৰু কিছুমানে এতিয়াও উন্নত ৰূপ পোৱাহি নাই। তথাপি এইটো স্বীকাৰ কৰিব লাগিব যে অসমীয়া নাট্যামোদীসকলে চহৰ-গাঁও উভয় ঠাইতে নিজ নিজ ঠাইত তেওঁলোকৰ নাট্যতৃপ্তি পূৰণৰ বাবে নাট্যমন্দিৰ সাজি লব লাগিছে। এই বিষয়ত নগৰ বা গাঁও অঞ্চলত থকা নাম ঘৰবোৰৰ বৰঙণিও মন কৰিব লগীয়া। যি সময়ত ৰঙ্গমঞ্চ সজাৰ কথা ভাবি আমাৰ নাট্যামোদীসকলে উৱাদিহ পোৱা নাছিল সেই সময়ত এই দুশ্চিন্তাৰপৰা অব্যাহতি দিছিল ঘাইকৈ এই নামঘৰসমূহে। এই ক্ষেত্ৰত স্কুল আদি অন্যান্য ৰাজহুৱা অনুষ্ঠানৰো নাম লব পাৰি।

বৰ্তমান অসমৰ নাট্য আন্দোলনৰ এই আধুনিক ৰূপ লোৱাৰ অন্তৰালত প্ৰায় এশ বছৰ ব্যাপি চলা এটা আন্দোলনৰ কথা পোনতে আমাৰ চকুৰ আগত ভাহি উঠে। সেই আন্দোলনৰ গতি যে বহু পৰিমাণে মন্থৰ সেই কথা কোৱাৰ প্ৰয়োজন নাই। অসমীয়া নাট্য সাহিত্যৰ ভঁৰালটো যে অতি দুঃখ লগা তাৰ মূলতে মঞ্চাভিনয়ৰ এই শিথিলতাৰ কথাকে উল্লেখ কৰিব লাগিব। অসমত আজিও ব্যৱসায়-ভিত্তিত এটা স্থায়ী ৰঙ্গমঞ্চ নিৰ্মিত হোৱা নাই। অসমীয়া নাট্য-সাহিত্য টনকিয়াল হবলৈ হলে যে আমাৰ নাট্য আন্দোলনৰ গতি অধিক সবল আৰু ক্ষিপ্ৰ হোৱা দৰ্কাৰ সেই কথা সকলো নাট্যামোদীয়ে অনুভৱ কৰে। সাম্প্ৰতিক কালত ব্যৱসায়-ভিত্তিতে গঢ়ি উঠা দুই এটা ভ্ৰাম্যমান থিয়েটাৰ দলৰ নাম লব পাৰি। এই নাট্যামোদী অভিনয়-কুশলী সকলে অসমীয়া মঞ্চ আন্দোলনৰ যোগেদি নাট্য আন্দোলনৰ প্ৰতি সহায় সমৰ্থন দিবলৈ আগবাঢ়ি অহা দেখা গৈছে। অসমীয়া নাটকৰ ঐতিহ্য সংৰক্ষণৰ অন্তৰালত স্থায়ী অস্থায়ী উভয় প্ৰকাৰ থিয়েটাৰ দলৰ দান মন কৰিব লগীয়া। আধুনিক অসমীয়া নাটকৰ গঠন প্ৰণালী তথা বিকাশৰ পথত যে কলিকতীয়া আত্ম-বিনোদক নাট্যকেন্দ্ৰ আৰু কৃতীমান বঙালী নাট্যকাৰসকলৰ প্ৰভাৱ আওপকীয়াভাৱে পৰিছে সেই কথাও স্বীকাৰ নকৰি নোৱাৰি। সাম্প্ৰতিক কালৰহে অসমীয়া নাট্য আন্দোলন কিছু সবল হোৱা যেন লাগে।



# সাম্প্ৰতিক কাল ঃ নতুন সাহিত্য

## [ অতি বাস্তৱবাদী সাহিত্য ]

জোনাকী যুগৰ শেষৰ ফালে অসমীয়া লিখক-লিখিকাসকল নানাভাৱে হতাশ হৈ পৰা দেখা যায়। ৰাজনৈতিক অস্থিৰতা, অৰ্থনৈতিক দৈন্য, পাৰিপাৰ্শ্বিক জটিলতা আদি নানা কাৰণত সাহিত্যিকসকলৰ উৎসাহ প্ৰেৰণা নোহোৱা হৈ পৰিল। সামাজিক ব্যৱস্থাৰ পৰিৱৰ্তনৰ গতিও হৈ পৰিল অতি ক্ষিপ্ৰ। তথাপি দ্বিতীয় মহাসমৰৰ ঘূৰ্ণিবায়ুৱে অসম স্পৰ্শ নকৰালৈকে তেওঁলোক পূৰ্বৰ আদৰ্শৰপৰা আঁতৰি অহা নাছিল, কাগজ-কলম সামৰা নাছিল, কিন্তু এই বিশ্ব যুদ্ধখনৰ এচাটি বায়ুৱে সমগ্ৰ দেশব্যাপি দ্ৰুত ভূকম্পনৰ দৰে এটা আলোড়নৰ সৃষ্টি কৰিলে—যি আলোড়নৰ প্ৰচণ্ড আঘাতত আকস্মিকভাৱে ৰাজনৈতিক অস্থিৰতা আৰু অৰ্থনৈতিক বিপৰ্যয়ে সমাজ থিয়ৈ গিলি পেলোৱাৰ উপক্ৰম কৰিলে। ফলত সাহিত্যিকসকলৰো আদৰ্শৰ পৰিৱৰ্তন ঘটিল। 'আগে ভাত মুঠা পাছে হৰি কথা'—গতিকে তেওঁলোক অৰ্থনৈতিক সমস্যাৰ সমাধানৰ বাবেহে বেছি ব্যস্ত হৈ পৰিল। ইতিমধ্যে অখণ্ডিত বিশাল উপমহাদেশ ভাৰতবৰ্ষ দ্বিখণ্ডিত হ'ল, বিদেশী শাসকক বিতাৰিত কৰি পালে স্বাধীনতা—ভাৰতীয় তথা ভাৰতবৰ্ষৰ আচল comception বা ধাৰণা নিৰ্মূল কৰি ই ভাৰত আৰু পাকিস্তান দুখন স্বকীয়া দেশলৈ ৰূপান্তৰিত হ'ল আৰু লগে লগে আহি পৰিল সাম্প্ৰদায়িক দুৰ্যোগ। তাৰ ভয়াবহ পৰিণতিৰ আচোৰত আজিও দেশৰ বুকু বিদীৰ্ণ, আমাৰ সমাজৰ বুকুৰপৰা সেই কলঙ্কৰ ৰঙা ৰেখা এতিয়াও নিশ্চিহ্ন হোৱা নাই। চাৰিওফালে কেৱল পৰিৱৰ্তনৰে যেন হাট বহিছে,

পৰিৱৰ্তনৰ কিনা-বেচাৰ গতিও অতি দ্ৰুত। সেই পৰিৱৰ্তনৰ মাজত সাহিত্যিকৰ পূৰ্বৰ ভাৱ আদৰ্শৰ তাৰতম্য হোৱাটো স্বাভাৱিক। ইতিমধ্যে অন্যান্য সমৃদ্ধ সাহিত্যবোৰত সেই পৰিৱৰ্তনৰ বানৰ প্ৰবল প্লাৱন পৰিলক্ষিত হৈছিলেই। বহিৰ্জগতৰ ভিন্নমুখী আন্দোলন আৰু সকলো ৰকমৰ প্ৰভুত পৰিৱৰ্তনৰ কোবাল সোঁতৰপৰা আমাৰ সাহিত্যিকসকল আঁতৰি থাকিব নোৱাৰিলে। তেওঁলোকৰ ব্যক্তিত্বত বিশেষকৈ সাহিত্যিক দৃষ্টিভঙ্গী আৰু আদৰ্শত সেই একে পৰ্যায়ৰ প্ৰতিক্ৰিয়া আহি পৰিল, আৰু ক্ৰমশঃ সিবোৰে বাৰুকৈয়ে তেওঁলোকৰ মাজত শিপাই লবলৈ ধৰিলে।

যুদ্ধোত্তৰকালীন সাহিত্য ৰোমান্টিক ভাবাদৰ্শৰপৰা আঁতৰি আহিল। এই নতুন চাম সাহিত্যিকে গতানুগতিকতাৰ মায়াজাল ভেদ কৰি বহুখিনি আগ বাঢ়ি আহিল। তেওঁলোকে প্ৰাচীন ৰীতিৰ বিপক্ষে বিদ্ৰোহ ঘোষণা কৰিছে, সামাজিক মুক্তি আৰু অৰ্থনৈতিক মুক্তি তেওঁলোকৰ লক্ষ্য। মাৰ্ক্সবাদ আৰু ফ্ৰয়েডবাদেও এই আন্দোলনত নানাভাৱে ইন্ধন যোগালে। ফলত পূৰ্বৰ ৰোমান্টিক ভাবাদৰ্শৰ স্থান যুদ্ধোত্তৰ কালৰ নতুন আদৰ্শই অধিকাৰ কৰি বহিল আৰু সাহিত্যিকসকলক বহুলাংশে বাস্তৱবাদী কৰি তুলিলে। এই কালৰ সাহিত্যত বাস্তৱবাদী ভাৱধাৰাৰ গতিৰ তীব্ৰতা তথা প্ৰখৰতা আগতকৈয়ো বৃদ্ধি পালে, আনকি ৰোমান্টিক ভাবধাৰাও তাৰ আগত নিষ্প্ৰভ হৈ পৰিল। বাস্তৱবাদৰ এই প্ৰখৰ অনুলেপনৰদ্বাৰা অধিক মোহনীয় হৈ পৰা বাবে সাম্প্ৰতিক কালৰ সাহিত্যৰাজিক থূলমূলকৈ অতি বাস্তৱবাদী সাহিত্যৰূপে বৰ্ণনা কৰিব পাৰি ; কিন্তু বিভিন্ন দিশত ইয়াৰ অভিনৱত্ব নানাভাৱে পৰিলক্ষিত হোৱা কাৰণে এই কালৰ সাহিত্যক নতুন সাহিত্য ৰূপেহে অভিহিত কৰা হৈছে।

## কাব্য আৰু কবিতা

যুদ্ধোত্তৰ অসমীয়া কাব্য-চৰ্চা অৰ্থাৎ কবিতাৰ দুটা ধাৰা লক্ষ্য কৰা যায়। প্ৰথমটো প্ৰাক্‌যুদ্ধকালীন ৰোমান্টিক ধাৰা। পুৰণি আৰ্হিৰ কবিতাখিনিয়ে ঈশ্বৰবাদ আৰু জাতীয়তাবাদৰ লগতে প্ৰকৃতিকো খামোচ মাৰি ধৰি আহিছে—নলিনীবালা দেৱী, অম্বিকাগিৰী ৰায়চৌধুৰী, বাগ্মীবৰ নীলমণি ফুকন, ৰত্নকান্ত বৰকাকতী, প্ৰসন্নলাল চৌধুৰী, অতুলচন্দ্ৰ হাজৰিকা, পাৰ্বতীপ্ৰসাদ বৰুৱা আদি কবিসকলে এই ভাবাদৰ্শৰদ্বাৰা অনুপ্ৰাণিত হৈয়ে সাম্প্ৰতিক কালতো কাব্য-চৰ্চা কৰি আহিছে। আনহাতে ৰঘুনাথ চৌধাৰী, যতীন্দ্ৰনাথ দুৱৰা, পদ্মধৰ চলিহা, ডিম্বেশ্বৰ নেওগ, বিনন্দচন্দ্ৰ বৰুৱা, আনন্দচন্দ্ৰ বৰুৱা আদি ৰোমান্টিক কবিসকলৰ কাপ নীৰৱ হৈ পৰিছে। এই চাম কবি সামাজিক পৰিৱৰ্তনৰ দ্ৰুত গতিৰ লগত তাল মিলাই অগ্ৰসৰ হব পৰা নাই। সেয়ে তেওঁলোকৰ কাব্য-চৰ্চাত শিথিলতা আহি পৰিছে।

এই কালৰ কাব্য-চৰ্চাৰ দ্বিতীয় ধাৰাটো তেজী, বিশেষকৈ এইটো ধাৰা পৰিচালিত হৈছিল এদল নবীন শিক্ষিত প্ৰগতিবাদী ডেকাৰদ্বাৰা। সেইসকলৰ সৰহভাগেই ইংৰাজী শিক্ষা পোৱা শিক্ষিত যুৱক। সেই কাৰণেই সম্ভৱতঃ তেওঁলোকৰ কাব্য-চৰ্চাৰ প্ৰেৰণাৰ উৎস ইংৰাজী কাব্যৰ নতুন চিন্তা তথা ভাবাবেগ আৰু আদৰ্শ। ইলিয়ট, অ'ডেন, স্পেন্দাৰ আদি প্ৰতীকবাদী, লুই আৰাগৰ নিচিনা বাস্তৱবাদী কবিসকলৰ কবিতাৰ গভীৰ অধ্যয়ন চিন্তাই আমাৰ এইচাম কবিৰ ওপৰত ৰেখাপাত কৰিলে। আনহাতে বঙ্গদেশীয় কবি জীৱনানন্দ দাশ, বুদ্ধদেৱ বসু, সুকান্ত ভট্টাচাৰ্য, বিষ্ণু দে আদিৰদ্বাৰাও আমাৰ কবিসকল অনুপ্ৰাণিত হৈছিল।

'অকলে আপোন মনে বহি নিৰলাত, ৰচোঁ মই জীৱনৰ গান' আছিল অসমীয়া ৰোমান্টিক কবিৰ আদৰ্শ। তাৰ প্ৰতি তাচ্ছিল্য-ভৰা ভ্ৰূকুটিৰে উপহাস কৰি নতুন প্ৰগতিবাদী কবিসকল আগ বাঢ়ি

আছিল—'আমাৰ বলিষ্ঠ আশাবাদী মন ; ভবিষ্যৰ স্বপ্ন সমুজ্জ্বল, কুমাৰী পৃথিৱী ঃ তুমি কুন্তী' আদৰ্শৰ মালা জপি 'জনতাৰ দৰবাৰ জনতাৰ চৰকাৰ' প্ৰতিষ্ঠা কৰিবলৈ। তেওঁলোকৰ আগত দুটা প্ৰশ্ন ঃ মানৱীয় মূল্যৰ পৰিৱৰ্তন আৰু ব্যক্তিসত্তাৰ স্বাতন্ত্ৰ্যৰ স্বীকৃতি দান। তদুপৰি তেওঁলোকৰ দৃষ্টিপট কেৱল অসমখনেই নহয়, নাইবা ভাৰতৰ চাৰি সীমাতো আবদ্ধ থকা নাই, পৃথিৱীৰ সকলো ঠাইতে তেওঁলোকৰ অবাধ গতি। প্ৰয়োজন হলে এইচাম কবিয়ে পৃথিৱীৰ ইমূৰৰপৰা সিমূৰলৈকে বিচৰণ কৰে। কবিতাৰ উপাদান আহৰণৰ ক্ষেত্ৰতো তেওঁলোক সম্পূৰ্ণ মুক্ত। উপমা প্ৰয়োগ, প্ৰতীক গ্ৰহণ, শব্দ আহৰণৰ লগে লগে ছন্দ সৃষ্টিতো তেওঁলোক স্বাধীন। পুৰণি ছন্দৰ ঠাইত সেয়ে এইচাম কবিয়ে নতুন ছন্দ প্ৰতিষ্ঠা কৰিলে। নতুন নতুন উপমা আৰু শব্দসম্ভাৰৰদ্বাৰা সৃষ্টি কৰা চিত্ৰকল্প, মুক্তক ছন্দ আৰু স্পন্দিত গদ্যৰ প্ৰয়োগ নতুন কবিতাৰ প্ৰধান বিশেষত্ব। তদুপৰি ৰোমান্টিক কবিয়ে দিয়া আসন তথা প্ৰাধান্য প্ৰকৃতিয়ে হেৰুৱালে ; আনহাতে মানুহ তথা সমাজে পাইছে অধিক মৰ্যাদাপূৰ্ণ আসন।

নতুন কবিতাৰ আত্মপ্ৰকাশ "জয়ন্তী"ৰ পাতত, কিন্তু তাক ক্ৰমবিকাশৰ পথত সহায় সমৰ্থন কৰি অসমীয়া সাহিত্যত প্ৰতিষ্ঠিত কৰিলে "পছোৱা" আৰু "ৰামধেনু" আলোচনীয়ে। এই বিষয়ত ৰামধেনুৰ বৰঙণি সৰ্বাধিক। যতি নাৰায়ণ শৰ্মা সম্পাদিত "আধুনিক অসমীয়া কবিতা" এই যুগত ৰচিত প্ৰতিনিধিত্বমূলক নতুন কবিতাৰ প্ৰথম সংগ্ৰহ। অমূল্য বৰুৱাৰ 'বিপ্লৱী' 'কুকুৰ' 'কয়লা' 'বেশ্যা', হেম বৰুৱাৰ 'পূজা' 'বান্দৰ', কেশৱ মহন্তৰ 'চোৰৰ কৈফিয়ৎ', ভবানন্দ দত্তৰ 'পাউদাৰ' ( নচিকেতা ছদ্ম নামত ) 'ৰাজপথ' আদি নতুন কবিতাৰ প্ৰথম স্তৰত লিখা উল্লেখযোগ্য কবিতা। মহেন্দ্ৰ বৰা সম্পাদিত "নতুন কবিতা" এই জাতীয় কবিতাৰ দ্বিতীয় সংগ্ৰহ। অৱশ্যে তাৰ উপৰিও নৰকান্ত বৰুৱা



পৰেশমল্ল বৰুৱাৰদ্বাৰা যুটীয়াভাৱে সম্পাদিত "বছৰৰ কবিতা ঃ ১৯৬৫" আন এটি উল্লেখযোগ্য নতুন কবিতাৰ সংগ্ৰহে পাঠকৰ দৃষ্টি আকৰ্ষণ কৰে।

নতুন কবিসকলক দুটা দল বা Groupত ভাগ কৰিব পাৰি ঃ এদলে বিচাৰে ধনতান্ত্ৰিক সমাজ ব্যৱস্থাৰ পৰিৱৰ্তন ঘটাই সাম্য মৈত্ৰী তথা শ্ৰেণীহীন এখন সমাজ প্ৰতিষ্ঠা কৰিবলৈ আৰু আনটো দলে বিচাৰে মানুহৰ মানৱীয় মূল্যৰ পৰিৱৰ্তনৰ লগতে ব্যক্তিসত্তাৰ স্বাতন্ত্ৰ্য অটুট ৰাখিবলৈ। চমুকথাত, প্ৰথম শ্ৰেণীৰ কবিতাখিনি সাম্যবাদী কবিতা ( communistic poem ) আৰু দ্বিতীয় শ্ৰেণীৰ কবিতাখিনিক চিন্তাশীল কবিতা ( intellectual poem ) বুলি কব পাৰি। সৰহভাগ কবিৰে কবিতাত কিন্তু সৌন্দৰ্যস্পৃহা আৰু আশাবাদৰ সুৰ স্পষ্ট।

নতুন কবিসকলৰ কবিতা সমসাময়িক আলোচনী আদিৰ পাতত সিঁচৰিত হৈ আছে। অৱশ্যে তাৰে কিছুমান কবিতা কোনো কোনো কবিৰ ব্যক্তিগত চেষ্টাৰ ফলত পুথিৰূপে সংগৃহীত আৰু প্ৰকাশিত হৈছে। তাৰ ভিতৰত নৰকান্ত বৰুৱাৰ "হে অৰণ্য হে মহানগৰ", "এটি দুটি এঘাৰটি তৰা", হেম বৰুৱাৰ "বালিচন্দা", "মন ময়ূৰী", মহেন্দ্ৰ বৰাৰ "জাতিস্মৰ", বীৰেশ্বৰ বৰুৱাৰ "নিৰ্জ্জন নাবিক", কেশৱ মহন্তৰ "আগন্তুক", নীলমণি ফুকনৰ "সূৰ্য হেনো নামি আহে এই নদীয়েদি", অমলেন্দু গুহৰ "তোমালৈ", বীৰেন বৰকটকীৰ "মন্বন্তৰ", পৰেশমল্ল বৰুৱাৰ "সন্ধ্যা আৰতি", ভগগিৰি ৰায়চৌধুৰীৰ "মন মাটি মেঘ", মহেন্দ্ৰকুমাৰ ডেকাৰ "ৰশ্মিজাল", হীৰেন ভট্টাচাৰ্যৰ "ৰৌদ্ৰ কামনা", চৈয়দ আব্দুল মালিকৰ "স্বাক্ষৰ" আদি উল্লেখযোগ্য কবিতাৰ সংকলন। অৱশ্যে পুথি আকাৰত সুকীয়াভাৱে সংগৃহীত নহলেও এইসকলৰ সমগোষ্ঠী কবি হৰি বৰকাকতি, হোমেন বৰগোহাঞি, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য, নলিনীকান্ত ভট্টাচাৰ্য, দীনেশ গোস্বামী, জমিৰুদ্দিন আহমদ, দিলীপ বৰুৱা, সুনীল শৰ্মা,

প্ৰফুল্ল ভূঞা, হেমাঙ্গ বিশ্বাস, হৰেকৃষ্ণ ডেকা, নিৰ্মলপ্ৰভা বৰদলৈ, নীলিমা দত্ত, হীৰেন্দ্ৰনাথ দত্ত, ৰাম গগৈ আদি কবিসকলৰ কবিতা সমূহে অসমীয়া কাব্যপ্ৰেমীৰ দৃষ্টি আকৰ্ষণ নকৰি নাথাকে। আধুনিক গীতি কবি হিচাপেও মুক্তিনাথ বৰদলৈ, মিত্ৰদেৱ মহন্ত, লক্ষহীৰা দাস, নৱকান্ত বৰুৱা, কেশৱ মহন্ত, ভূপেন হাজৰিকা, পদ্ম বৰকটকী, তফজ্জুল আলি, ৰুদ্ৰ বৰুৱা আদিৰ নাম উল্লেখ যোগ্য। কেশৱ মহন্তৰ "ৰ'দ জিকিমিকি", "কুঁৱলী আঁতৰি যা", মিত্ৰদেৱ মহন্তৰ "শতদল", ভুপেন হাজৰিকাৰ "জিলিকাব লুইতৰে পাৰ","আগলি বাঁহৰে লাহৰি গগনা", তফজ্জুল আলিৰ "মন্দাক্ৰান্তা" লেখত লব লগীয়া গীতি কবিতাৰ পুথি।

নতুন কবিতা আজিও সকলো শ্ৰেণীৰ পাঠকৰ গ্ৰহণযোগ্য হৈ উঠিব পৰা নাই। তথাপি কব লাগিব যে নতুন কবিতাই নানা বিপৰ্যয় তথা তীব্ৰ সমালোচনাৰ প্ৰাচীৰ অতিক্ৰম কৰি বৰ্তমান এটা বিশেষ স্থানত উত্তীৰ্ণ হৈছেহি। সেই বাবেই সম্ভৱতঃ নতুন কবিতাৰ উজ্জ্বল ভবিষ্যতত কেৱল এই কবিগোষ্ঠীয়ে নহয় অসমীয়া সাহিত্যিকসকলো আজি আৰু সন্দিহান হৈ থকা নাই।

## প্ৰবন্ধ-জীৱনী-সমালোচনা

গহীন ভাব-গধুৰ প্ৰবন্ধৰ ক্ষেত্ৰত প্ৰাক্‌যুদ্ধ কালৰ কেবাগৰাকী প্ৰবন্ধকাৰৰ সাহিত্য চৰ্চা যুদ্ধোত্তৰ কালতো আগৰ দৰে অব্যাহত আছিল। সিসকলৰ ভিতৰত সূৰ্য্যকুমাৰ ভূঞা, বেণুধৰ শৰ্মা, জ্ঞাননাথ বৰা, অম্বিকাগিৰী ৰায়চৌধুৰী, বাণীকান্ত কাকতি, বিৰিঞ্চি কুমাৰ বৰুৱা আদিৰ নাম উল্লেখযোগ্য। সূৰ্য্যকুমাৰ ভুঞাৰ "কোঁৱৰ বিদ্ৰোহ", "বুৰঞ্জীৰ বাণী" লেখত লব লগীয়া প্ৰবন্ধৰ পুথি। "আহোমৰ দিন", "ৰমণী গাভৰু", "মীৰজুমলাৰ অসম আক্ৰমণ" আদিয়ে ভূঞাৰ গদ্যশৈলীৰ পৰিচয় দিয়ে। বেণুধৰ শৰ্মাৰ ঐতিহাসিক দৃষ্টিভঙ্গীৰে নতুন ধৰণে বিচাৰ বিশ্লেষণ কৰা লেখত লব লগীয়া



প্ৰবন্ধ হ'ল 'বঙালবৈৰী লাচিত বৰফুকন' 'দেশদ্ৰোহী কোন— পূৰ্ণানন্দ নে বদন' ইত্যাদি। "সাতাৰন সাল","দূৰবীণ", "অৰ্ঘাৱলী" শৰ্মাৰ প্ৰথম শ্ৰেণীৰ প্ৰবন্ধৰ পুথি। স্বাধীনতা আন্দোলনৰ পটভূমিত বিশেষকৈ চাৰিং কংগ্ৰেছৰ কাৰ্যাৱলীৰ বৰ্ণনা সম্বলিত "কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত" শৰ্মাৰ সৰ্বশ্ৰেষ্ঠ গদ্য ৰচনা; ইয়াক আচলতে ইতিহাস বুলিব পাৰি। এইখন পুথিতে শৰ্মাই কেন্দ্ৰীয় চৰকাৰ তথা সাহিত্য একাডেমিৰ পুৰস্কাৰ লাভ কৰিছে। শৰ্মাৰ গদ্যশৈলীয়ে বিশেষকৈ নিভাঁজ ঘৰুৱা কথনভঙ্গীৰ বাবে সহজে পাঠকৰ হিয়া-মন চুই যাব পাৰে। পুৰণি বিষয়বস্তুকো অভিনৱত্ব আৰোপণ কৰিব পৰা গদ্য-ৰীতিৰ প্ৰলেপ দিব পৰা যাদুকৰী শক্তিয়ে শৰ্মাৰ নিজস্ব প্ৰতিভাৰ পৰিচয় দিয়ে।

অম্বিকাগিৰী ৰায়চৌধুৰীৰ স্বাধীনোত্তৰ কালৰ ৰচনাসমূহ ঘাইকৈ অসমৰ জাতীয় সমস্যাৰ ওপৰত নিৰ্ভৰ কৰি লিখা। সংখ্যাত সৰহ নহলেও ৰায়চৌধুৰীৰ এই গদ্যৰীতিৰ মূল্য উলাই কৰিব নোৱাৰি। জ্ঞাননাথ বৰাৰ প্ৰবন্ধ আলোচনীৰ পাতত সিঁচৰিত হৈ আছে। তেওঁৰ "যুগতত্ত্ব", "পুৰণি অসমীয়া সাহিত্য" আৰু "আধুনিক অসমীয়া সাহিত্য" উল্লেখযোগ্য প্ৰবন্ধ সংকলন। বৰা ঘৰুৱা সৰল ভাষাৰ প্ৰয়োগত সিদ্ধহস্ত।

বাণীকান্ত কাকতি এই চাম প্ৰবন্ধকাৰৰ ভিতৰত নিঃসন্দেহে প্ৰতিভাবান ব্যক্তি। তেওঁৰ প্ৰবন্ধ যথেষ্ট চিন্তাশীল আৰু তথ্যবহুল। প্ৰবন্ধ লিখকতকৈও সমালোচক হিচাপেহে কাকতিৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। প্ৰায়খিনি প্ৰবন্ধৰ মাজেদি তেওঁৰ গভীৰ বিশ্লেষণশীল পৰিচয় পোৱা যায়। তেওঁৰ ভাষা চিত্ৰধৰ্মী, গতিশীল আৰু কম কথাৰ মাজেদি ব্যাপক অৰ্থ প্ৰকাশ কৰিব পৰা অদ্ভুত কৌশল কাকতিৰ গদ্যৰ বিশেষত্ব। লক্ষ্মীনাথ বেজবৰুৱা, ৰঘুনাথ চৌধাৰী, যতীন্দ্ৰনাথ দুৱৰা, ধৰ্মেশ্বৰী দেৱী বৰুৱানী, অম্বিকাগিৰী ৰায়চৌধুৰী, জ্যোতিপ্ৰসাদ আদিৰ ওপৰত সমালোচনা কৰি কাকতিয়েই সম্ভৱতঃ

আধুনিক অসমীয়া সাহিত্যৰ মূল্যায়নৰ ক্ষেত্ৰত নতুন পথৰ সন্ধান দি যায়। কাকতিৰ ৰচনা আৰু সমালোচনা আছিল ব্যাখ্যাত্মক আৰু তুলনামূলক। "কলিতা জাতিৰ ইতিবৃত্ত", "পুৰণি কামৰূপৰ ধৰ্ম্মৰ ধাৰা" আৰু "পুৰণি অসমীয়া সাহিত্য" কাকতিৰ গবেষণামূলক প্ৰবন্ধৰ পুথি। "সাহিত্য আৰু প্ৰেম" আন এখনি তেওঁৰ সমালোচনামূলক চিন্তাশীল প্ৰবন্ধৰ পুথি। বিৰিঞ্চি কুমাৰ বৰুৱা কাকতিৰ অনুগামী এগৰাকী লেখত লব লগীয়া প্ৰবন্ধকাৰ। বৰুৱাৰ গদ্যৰীতি মন কৰিব লগীয়া, ভাষা সমাস বহুল শব্দৰদ্বাৰা ভাৰাক্ৰান্ত নহয়। "অসমীয়া ভাষা" আৰু "অসমীয়া ভাষা আৰু সংস্কৃতি", "বৌদ্ধধৰ্ম আৰু জাতকমালা" আদি বৰুৱাৰ উল্লেখযোগ্য প্ৰবন্ধ পুথি। "অসমৰ লোক সংস্কৃতি" বৰুৱাৰ আন এখনি গবেষণামূলক গ্ৰন্থ। এইখন পুথিৰ বাবে বৰুৱাই সাহিত্য একাডেমিৰ পুৰস্কাৰ পাইছে। বৰুৱাৰ ভালেমান প্ৰবন্ধ এতিয়াও আলোচনীৰ পাতত অযত্নাৱস্থাতে সিঁচৰিত হৈ আছে। সমালোচক হিচাপেও বৰুৱাক সহজে স্বীকৃতি দিব পাৰি।

এইসকল প্ৰবন্ধকাৰৰ পাছতেই মহেশ্বৰ নেওগৰ "পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি", নকুলচন্দ্ৰ ভূঞাৰ "বাৰ ভূঞাৰ বুৰঞ্জী", লীলা গগৈৰ "হেৰোৱা দিনৰ কথা" "বুৰঞ্জীয়ে পৰশা নগৰ" "আহোম জাতি আৰু সংস্কৃতি" "সীমান্তৰ মাটি আৰু মানুহ", অসম সাহিত্য সভাৰ "পবিত্ৰ অসম", "অসমৰ জনজাতি", লক্ষেশ্বৰ শৰ্মাৰ "মিছিমি পাহাৰৰ ৰং শিঙা", অতুলচন্দ্ৰ হাজৰিকাৰ "উছৰৰ ভোগজৰা" "উছৰৰ ৰংচৰা", জ্যোতিপ্ৰসাদৰ ৰচনা সংগ্ৰহ "জোতিৰ্ধাৰা" আদি পুথিসমূহ আমাৰ ইতিহাস তথা সভ্যতা সংস্কৃতিৰ নানা অধ্যয়ন গবেষণাৰ নিদৰ্শন। বিশ্বনাৰায়ণ শাস্ত্ৰীৰ "ভাৰতীয় সভ্যতা আৰু সংস্কৃতি" আৰু হৰেশ্বৰ শৰ্মাৰ "বস্ত্ৰ শিল্পৰ ইতিহাস" এই পৰ্যায়ৰ আন দুখনি পুথি। অতুল চন্দ্ৰ বৰুৱাৰ "প্ৰজাপতিৰ নিৰ্ব্বন্ধ" "মদন আৰু বসন্ত", গুৰুদত্ত ভাগৱতীৰ



"নতুন প্ৰাণত বাজে প্ৰণয়ৰ সুৰ" আদি বিয়া-বাৰু সম্পৰ্কীয় পুথিৰ নিদৰ্শন।

এই কালছোৱাত কেবাগৰাকী লিখকে দাৰ্শনিক তথ্যবহুল প্ৰবন্ধও ৰচনা কৰি গৈছে। শৰৎচন্দ্ৰ গোস্বামীৰ "ছক্ৰেটিছ প্লেটো এৰিষ্টটল" "মনোবিজ্ঞান", ভবানন্দ দত্তৰ "দৃষ্টি আৰু দৰ্শন" লেখত লব লগীয়া দাৰ্শনিক প্ৰবন্ধৰ পুথি। **ৰাধানাথ ফুকন** এই বিষয়ত আগ আসন দাবী কৰিব পৰা প্ৰবন্ধকাৰ। তেওঁৰ "বেদান্ত দৰ্শন", "সাংখ্য দৰ্শন", "কথাৰে উপনিষদ", "বিজ্ঞানৰ সিপাৰে", "জন্মান্তৰ ৰহস্য" আদি পুথিয়ে অসমীয়া সাহিত্যৰ এটা ডাঙৰ অভাৱ দূৰ কৰিবলৈ প্ৰয়াস কৰিছে। আন এগৰাকী এই পৰ্যায়ৰ যশস্বী সমালোচক প্ৰবন্ধকাৰ হ'ল **মনোৰঞ্জন শাস্ত্ৰী**। তেওঁৰ গহীন আলোচনামূলক গ্ৰন্থ "পতাকা প্ৰকাশ"ৰ উপৰিও "বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা" অসমত বৈষ্ণৱ ধৰ্মৰ বিকাশ তথা তাত্ত্বিক পটভূমিৰ ঐতিহাসিক বৰ্ণনাৰ এটি সফল প্ৰচেষ্টা। এই শ্ৰেণীৰ প্ৰবন্ধ লিখক হিচাপে তীৰ্থনাথ শৰ্মা, ৰাজমোহন নাথ, ভগৱান গোস্বামী আদিৰ নাম উল্লেখ কৰিব পাৰি।

এই কালছোৱাত ব্যক্তিনিষ্ঠ আৰু লঘুৰসাত্মক ৰচনা জনপ্ৰিয় হৈ পৰিছিল। এই চাম ৰচনা লিখকৰ ভিতৰত ডাক্তৰ **হেমচন্দ্ৰ বৰুৱা** আছিল আগ শাৰীৰ ৰচনাকাৰ। তেওঁৰ "চপনীয়া", "মোৰ ঘৰখন" আৰু "নৱগ্ৰহ" উল্লেখযোগ্য ৰচনা সংকলন। তেওঁৰ পৰৱৰ্তী সকলৰ ভিতৰত তিলক হাজৰিকাৰ "আড্ডা" "কত-কথা", হেমচন্দ্ৰ শৰ্মাৰ "বাটৰ দুবৰীবন" "স্বাগত", নৰকান্ত বৰুৱাৰ "ৰমণীয়", ভদ্ৰ বৰাৰ "অৰ্দ্ধং ত্যজতি" "মধুৰেণ", কিৰণ শৰ্মাৰ "কিমিদং ব্যাহৃতং ময়া" আৰু লীলা গগৈৰ "কপ্‌লিং ছিগা ৰেল" উল্লেখযোগ্য পুথি।

চতুৰ্থ দশকত প্ৰাক্‌যুদ্ধকালত লিখা দণ্ডিনাথ কলিতাৰ "আত্মানন্দৰ আত্মকাহিনী" আৰু আৱাহনত প্ৰকাশিত হলিৰাম ডেকাৰ চিত্ৰসেন যখৰীয়া ছদ্মনামত হাস্যৰসাত্মক দৃষ্টিভঙ্গীৰে লিখা ৰচনাৰ অনুকৰণ আদৰ্শ লৈ আন কেজনমান লিখকে আগবাঢ়ি

আহিছিল। ডেকাৰ "যৎকিঞ্চিৎ" এই শ্ৰেণীৰ পুথি। কৃতীমান লিখকে কুমাৰ মধুসূদন ছদ্মনামত লিখা "কিমাশ্চৰ্য্যম্" কৃপাবৰ বৰবৰুৱাৰ আদৰ্শ লৈ লিখা হাস্যৰসাত্মক ৰচনাৰ পুথি। পীতাম্বৰ ৰাজমেধিৰ (ৰাজমোহন নাথৰ ছদ্মনাম) "টেঙা দৈ" "গোট কড়াই" "চেঁচা পানী", প্ৰেম নাৰায়ণ দত্তৰ "অসমাপ্ত" "হে হৰি সাৰ শূন্য" "আদি ৰসৰ উৎপত্তি" "ৰস মাধুৰী" এই শ্ৰেণীৰ লেখত লব লগীয়া পুথি।

সাম্প্ৰতিক কালৰ বিবিধ প্ৰবন্ধ সাহিত্যৰ ভিতৰত ভ্ৰমণ বৃত্তান্ত সমূহেও এটা বিশেষ স্থান অধিকাৰ কৰি আছে। চতুৰ্থ দশকত লিখা জ্ঞানাদাভিৰাম বৰুৱাৰ "বিলাতৰ চিঠি" আৰু "ভ্ৰমণ বৃত্তান্ত"ৰ পাছতেই বিৰিঞ্চিকুমাৰ বৰুৱাৰ নাম লব পাৰি। তেওঁৰ "চুইজাৰলেণ্ড ভ্ৰমণ" সম্ভৱতঃ এই কালৰ প্ৰথম ভ্ৰমণ বৃত্তান্তমূলক পুথি। এই পুথিয়ে ভ্ৰমণ বৃত্তান্ত লিখকৰ বাবে নতুন দৃষ্টিভঙ্গীৰ আৰু আদৰ্শ ৰাখি গৈছে। হেম বৰুৱাৰ "সাগৰ দেখিছা", "ৰঙা কৰবীৰ ফুল", "ইজৰাইল", অমলেন্দু গুহৰ "ছোভিয়েত দেশত এভুমুকি", কনকচন্দ্ৰ মহন্তৰ "ৰঙা তৰা বগা আকাশ", প্ৰফুল্লদত্ত গোস্বামীৰ "বিলাতত সাত মাহ", যোগেন্দ্ৰনাৰায়ণ দত্তবৰুৱাই বদজন ছদ্মনামত লিখা "ছুই চেপ্তেম্বৰ", ললিত বৰুৱাৰ "ইউৰোপৰ বাটত", প্ৰসন্ন গোস্বামীৰ "বৈদেশিকা" আদি পুথিয়ে ভ্ৰমণ বৃত্তান্তৰ ভঁৰাল চহকী কৰিছে। আব্দুচ ছাত্তাৰৰ "বিদেশত ছুদিনমান" আফগানিস্তানৰ ভ্ৰমণ কাহিনী। আকৌ হৰিনাৰায়ণ দত্তবৰুৱাৰ "ভাৰত ভ্ৰমণ" আৰু হেমন্ত শৰ্মাৰ "কাবেৰীৰ পাৰে পাৰে" ক্ৰমে ভাৰতৰ বিভিন্ন তীৰ্থস্থান আৰু দাক্ষিণাত্য-উৰিষ্যাৰ নানা ঠাইৰ ভ্ৰমণ কাহিনীৰ সৰস বৰ্ণনামূলক পুথি।

সাম্প্ৰতিক কালৰ অন্যান্য ৰচনাৰ দৰে জীৱনী-সাহিত্যৰ প্ৰবাহটোৱো অব্যাহত আছে। বৰং এই কালছোৱাত ইয়াৰ গতিবেগ আগতকৈ প্ৰৱলতৰ বুলিহে কব পাৰি। বেণুধৰ শৰ্মাৰ "মণিৰাম দেৱান" উল্লেখযোগ্য আলোচনামূলক জীৱনী গ্ৰন্থ। "গঙ্গাগোবিন্দ ফুকন", "গোবিন্দ বেজবৰুৱা" তেওঁৰে আন ছুখনি লেখত লব লগীয়া জীৱনী। গোপীনাথ বৰদলৈৰ "তৰুণৰাম ফুকন", বিনন্দ বৰুৱাৰ "ল'ৰাৰ বেজবৰুৱা", কমলেশ্বৰ চলিহাৰ "বিশ্বৰসিক লক্ষ্মীনাথ বেজবৰুৱা" "ল'ৰাৰ শঙ্কৰদেৱ" "আব্ৰাহাম লিঙ্কন", নীলিমা দত্তৰ "মহৎ লোকৰ ল'ৰালি কাল", হৰেন্দ্ৰ নাথ শৰ্মাৰ "শিৱাজী" "অশোক" "সত্য সন্ধৰ প্ৰথম খোজ", প্ৰেমধৰ ৰাজখোৱাৰ "ল'ৰাৰ জৱাহৰলাল", মহাদেৱ শৰ্মাৰ "লোকপ্ৰিয় গোপীনাথ বৰদলৈ", মফিদা আহমদৰ "বিশ্বদীপ বাপুজী", দুৰ্গেশ্বৰ শৰ্মাৰ "ভাষাবিদ বাণীকান্ত কাকতি", কৈলাশ শৰ্মাৰ "লালবাহাছুৰ শাস্ত্ৰী" আদি উল্লেখযোগ্য জীৱনী পুথি। নলিনীবালা দেৱীৰ "স্মৃতিতীৰ্থ" আৰু মহেশ্বৰ নেওগৰ "শ্ৰীশ্ৰীশঙ্কৰদেৱ", দীনবন্ধু তালুকদাৰৰ "অসম কেশৰী অম্বিকাগিৰী" আৰু তিলক দাসৰ "অম্বিকাগিৰী আৰু তেওঁৰ জীৱন দৰ্শন", কমলেশ্বৰ শৰ্মাৰ "কবি চৌধাৰী আৰু চৌধাৰী দেৱৰ কবিতা", লক্ষেশ্বৰ শৰ্মাৰ "আচাৰ্য্য বিনোবা ভাৱে", বাপচন্দ্ৰ মহন্তৰ "মহাপুৰুষ শঙ্কৰদেৱ", ডিম্বেশ্বৰ নেওগৰ "যুগনায়ক শ্ৰীশঙ্কৰদেৱ" আদি আলোচনামূলক জীৱনী গ্ৰন্থ।



ইয়াৰ উপৰিও এই কালছোৱাত ইংৰাজী আদি ভাষাৰপৰাও ভালেমান জীৱনী গ্ৰন্থ অসমীয়ালৈ অনূদিত হৈ ওলাইছে। সিবিলাকৰ ভিতৰত পদ্ম বৰকটকীৰ "টমাচ আলভা এডিচন", সত্যেন্দ্ৰনাৰায়ণ গোস্বামীৰ "প্ৰেচিডেণ্ট লিংকন জনছন", ৰত্ন ওজাৰ "কেনেডী", সত্যৱতী গোস্বামীৰ "এলিনৰ ৰুজভেণ্ট", বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ "ৰুজভেল্টৰ জীৱন কথা" আদিয়েই লেখত লব লগীয়া অনূদিত জীৱনী গ্ৰন্থ।

সাহিত্য সমালোচনাত অসমীয়া সাহিত্যৰ আজিও ছুখ লগা অৱস্থা। বাণীকান্ত কাকতি, কৃষ্ণকান্ত সন্দিকৈৰ আদৰ্শ অনুকৰণত বিৰিঞ্চিকুমাৰ বৰুৱা, ত্ৰৈলোক্যনাথ গোস্বামী, হেম বৰুৱা, মহেশ্বৰ

নেওগ, সত্যেন্দ্ৰনাথ শৰ্মা, প্ৰফুল্লদত্ত গোস্বামী আদিয়ে চতুৰ্থ দশকতে এই বিষয়ৰ সাহিত্যচৰ্চাত মন দিয়ে। তদুপৰি এই সমালোচকসকলৰে কেজনমানে বিজ্ঞানসম্মতভাৱে পুৰণি পুথিৰ সংগ্ৰহ সম্পাদনাতো মন দিয়ে। সিসকলৰ ভিতৰত বিৰিঞ্চিকুমাৰ বৰুৱা, কালিৰাম মেধি, হৰিনাৰায়ণ দত্তবৰুৱা, উপেন্দ্ৰনাথ লেখাৰু, মহেশ্বৰ নেওগ, সত্যেন্দ্ৰনাথ শৰ্মাৰ উপৰিও পুৰণি বুৰঞ্জীৰ সম্পাদক সূৰ্য্যকুমাৰ ভূঞাৰ নাম উল্লেখযোগ্য। লোক-সাহিত্য সংগ্ৰহৰ ক্ষেত্ৰতো গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক-সাহিত্য আৰু জনজাতীয় সংস্কৃতি বিভাগ, অসম সাহিত্য সভা আৰু অন্যান্য কেজনমান সাহিত্যানুৰাগী ব্যক্তিকো বিশেষ মনযোগ দিয়া দেখা গৈছে। বিৰিঞ্চিকুমাৰ বৰুৱাৰ "অসমীয়া লোক সংস্কৃতি", প্ৰফুল্লদত্ত গোস্বামীৰ "অসমীয়া জন সাহিত্য", লীলা গগৈৰ "বিহুগীত আৰু বনঘোষা", চৈয়দ আব্দুল মালিকৰ "জিকিৰ" এই বিষয়ৰ গবেষণা-মূলক পুথি। মহেশ্বৰ নেওগৰ "অসমীয়া গীতি সাহিত্য" আৰু শ্ৰীৰাম দাসৰ "ফকৰা আৰু পটন্তৰ" এই জাতীয় পুথি। হৰেন্দ্ৰনাথ শৰ্মাৰ "অসমীয়া বচনভঙ্গী" জতুৱা-ঠাচৰ সৰ্ববৃহৎ সংকলন। অসমীয়া লোক-সাহিত্য আৰু সংস্কৃতিৰ ভালেমান লিখকৰ প্ৰবন্ধ আলোচনী আদিৰ পাততো সিঁচৰিত হৈ আছে।

সাহিত্য তত্ত্ববিষয়ক গ্ৰন্থ কিছুমানো এই কালছোৱাৰ আন এটা লেখত লব লগীয়া সৃষ্টি। ত্ৰৈলোক্যনাথ গোস্বামীৰ "সাহিত্য আলোচনা" প্ৰাচীন সংস্কৃত আলঙ্কাৰিকসকলৰ আদৰ্শৰ সহায়ত আধুনিক সাহিত্য সমালোচনাৰ তত্ত্ববিষয়ক এখনি মূল্যবান গ্ৰন্থ। তেওঁৰ আন এখনি গ্ৰন্থ "আধুনিক গল্প সাহিত্য" বিশ্ববিখ্যাত গাল্পিকসকলৰ গল্প লিখাৰ কলাকৌশলৰ সমীক্ষাৰ লগতে অসমীয়া সাহিত্যত সেই কলাৰ বিকাশ সম্পৰ্কীয় আলোচনাৰ সাৰ্থক প্ৰচেষ্টা। ইয়াৰ বাহিৰেও তেওঁৰ বলিষ্ঠ সমালোচনাৰ স্বাক্ষৰ বহন কৰি আছে সমসাময়িক আলোচনী, পত্ৰিকা আদিত সিঁচৰিত হৈ থকা



আলোচনাত্মক গহীন প্ৰবন্ধৰাজিয়ে। উমাকান্ত শৰ্মাৰ "কাব্যভূমি", নীলমণি ফুকনৰ "সাহিত্য কলা", অতুলচন্দ্ৰ বৰুৱাৰ "সাহিত্যৰ ৰূপৰেখা" আদি সাহিত্যৰ নানা তত্ত্ব সম্পৰ্কীয় আলোচনামূলক পুথি। হেম বৰুৱাৰ "আধুনিক সাহিত্য", মনোৰঞ্জন শাস্ত্ৰীৰ "সাহিত্য দৰ্শন", তীৰ্থনাথ শৰ্মাৰ "সাহিত্য-বিদ্যা পৰিক্ৰমা", মহেন্দ্ৰ বৰাৰ "অসমীয়া কবিতাৰ ছন্দ", বাপচন্দ্ৰ মহন্তৰ "সাহিত্য দৰ্শন", সত্য-প্ৰসাদ বৰুৱাৰ "নাটক আৰু অভিনয় প্ৰসঙ্গ" আদি গ্ৰন্থই অসমীয়া সমালোচনা সাহিত্য চহকী কৰিছে।

অসমীয়া সাহিত্যিক আৰু সাহিত্যৰ নানা দিশৰ ওপৰতো ভালেমান আলোচনা হৈছে। এই পৰ্যায়ৰ দুখনি সুন্দৰ পুথি লিখিছে শ্ৰীউপেন্দ্ৰনাথ লেখাৰুৱে; "অসমীয়া ৰামায়ণ সাহিত্য" আৰু "অসমীয়া সাহিত্য সেৱক ৰজনীকান্ত বৰদলৈ" সেই কথাৰে স্বীকৃতি দিয়ে। সবিতা সভাৰ "বেজবৰুৱাৰ সাহিত্য প্ৰতিভা", "গোহাঁই বৰুৱাৰ সাহিত্য প্ৰতিভা" আৰু "চৌধাৰীৰ সাহিত্য প্ৰতিভা" এই পৰ্যায়ৰ পুথি। ভবানন্দ দত্তৰ "ৰবীন্দ্ৰ প্ৰতিভা"ও এই শ্ৰেণীৰ পুথি।

অসমীয়া সাহিত্যৰ বিভিন্ন অঙ্গসমূহৰ অৱলম্বনতো ভালেমান আলোচনাত্মক পুথি ওলাইছে। সিবোৰৰ ভিতৰত প্ৰফুল্লদত্ত গোস্বামীৰ "সাহিত্য আৰু জীৱন", উপেন্দ্ৰনাথ গোস্বামীৰ "ভাষা আৰু সাহিত্য", অতুলচন্দ্ৰ বৰুৱাৰ "সাহিত্য দৃষ্টি" "সমালোচনা সাহিত্য", সূৰ্য্যকুমাৰ ভূঞাৰ "ত্ৰিপদী", হেম বৰুৱাৰ "সানমিহলি" "সাগৰ দেখিছা" "সাহিত্য আৰু সাহিত্য", সত্যেন্দ্ৰনাথ শৰ্মাৰ "সাহিত্যৰ আভাষ", মহেশ্বৰ নেওগৰ "আধুনিক অসমীয়া সাহিত্য", ভুৱনেশ্বৰী বৈশ্যৰ "বৈষ্ণৱ যুগৰ অসমীয়া সাহিত্য", অসম সাহিত্য সভাৰ "সাহিত্য সমীক্ষা", নলবাৰী সাহিত্য সমাজৰ "প্ৰৱন্ধ চয়ন", উত্তৰ লক্ষীমপুৰ সাহিত্য সভাৰ "সাহিত্য প্ৰসঙ্গ", হেমন্ত শৰ্মাৰ "অসমীয়া সাহিত্যত দৃষ্টিপাত" আৰু "অসমীয়া সাহিত্যৰ বেঙণি",

দুৰ্গেশ্বৰ শৰ্মাৰ "অসমীয়া সাহিত্যৰ সমীক্ষা", ৰামমল ঠাকুৰীয়াৰ "সাহিত্যৰ বিচাৰ" সত্যেন্দ্ৰনাৰায়ণ গোস্বামীৰ "বিচিত্ৰা", ভাৰতচন্দ্ৰ পাঠকৰ "সাহিত্যৰ কথা", বীৰেণ বৰকটকীৰ "সাহিত্যৰ পটভূমি" আদি উল্লেখযোগ্য গ্ৰন্থ। মহেন্দ্ৰ বৰাৰ 'ফুল তৰা গান" তাৰিণীকান্ত ভট্টাচাৰ্যৰ "সাহিত্যৰ পতিপথ", ডিম্বেশ্বৰ নেওগৰ "অসমীয়া সাহিত্য অধ্যয়ন", ভুৱনমোহন দাসৰ "মানৱৰ আদি কথা" আৰু "বিবৰ্তনৰ পথত মানৱ" আদি পুথিৰ নামো এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি। ইয়াৰ বাহিৰেও হীৰেণ গোহাঁই, দিলীপ বৰুৱা, হোমেন বৰগোহাঁই, ভবেন বৰুৱা, মেদিনী চৌধুৰী আদি প্ৰবন্ধকাৰসকলৰ ভালেমান মূল্যবান প্ৰবন্ধ সম-সাময়িক পত্ৰিকা আদিৰ পাতত সিঁচৰিত হৈ আছে।

ভাষাতত্ত্ব তথা ভাষবিষয়ক অধ্যয়ন-গৱেষণাৰ কণ্টকবিহীন পথ ৰচোঁতাজন হ'ল বাণীকান্ত কাকতি। তেওঁৰ আদৰ্শ অনুকৰণত বিৰিঞ্চি কুমাৰ বৰুৱাই কেবাজনো ডেকা সাহিত্যিকক নানাভাৱে অনুপ্ৰাণিত কৰি গৈছে। বৰুৱাৰ "অসমীয়া ভাষা" আৰু "অসমীয়া ভাষা আৰু সংস্কৃতি" এই জাতীয় গ্ৰন্থ। এই পৰ্যায়ৰ লিখকসকলৰ ভিতৰত উপেন্দ্ৰনাথ গোস্বামীৰ "ভাষা বিজ্ঞান", সত্যেন্দ্ৰনাৰায়ণ গোস্বামীৰ "প্ৰাকৃত সাহিত্য", গোলোক চন্দ্ৰ গোস্বামীৰ "ধ্বনি বিজ্ঞানৰ ভূমিকা", লংকাম টেৰণৰ "কাৰ্বী ভাষাৰ চমু পৰিচয়", আদি উল্লেখযোগ্য গ্ৰন্থ। এই সকল লিখকৰ বাহিৰেও প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য, নিৰ্মলপ্ৰভা বৰদলৈ, গিৰীশ দাস আদি প্ৰবন্ধ লিখকসকলৰ ভাষাবিষয়ক প্ৰবন্ধ সম-সাময়িক আলোচনীৰ পাতত সিঁচৰিত অৱস্থাত আছে।

অসমীয়া সাহিত্যৰ ইতিহাস তথা সামূহিক ধাৰাৰ অধ্যয়ন মূলক গ্ৰন্থৰ ভঁৰালটোৰ প্ৰতি সাম্প্ৰতিক কালৰ সাহিত্যিকৰ বিশেষ উল্লেখযোগ্য বৰঙণি আছে। ডিম্বেশ্বৰ নেওগৰ "অসমীয়া সাহিত্যৰ জিলিঙনি" আৰু "অসমীয়া সাহিত্যৰ বুৰঞ্জী" গ্ৰন্থৰ



পাছতেই নাম লব লাগিব **সত্যেন্দ্ৰনাথ শৰ্মাৰ**। শৰ্মাৰ "অসমীয়া সাহিত্যৰ ইতিবৃত্ত" সম্ভৱতঃ এখনি সুখপাঠ্য গ্ৰন্থ। মহেশ্বৰ নেওগৰ "অসমীয়া সাহিত্যৰ ৰূপৰেখা" এই পৰ্যায়ৰ আন এখনি জনপ্ৰিয় গ্ৰন্থ। যতীন্দ্ৰনাথ গোস্বামীৰ "অসমীয়া সাহিত্যৰ চমু বুৰঞ্জী" একে জাতীয় লেখত লব লগীয়া পুথি। নৱদ্বীপ পাটগিৰিৰ "অসমীয়া কাব্য প্ৰবাহ", বিৰিঞ্চি কুমাৰ বৰুৱাৰ "অসমীয়া কথা সাহিত্য ঃ পুৰণি ভাগ", ভাৰতচন্দ্ৰ দাসৰ "অসমীয়া সাহিত্যৰ বুৰঞ্জী ঃ মনসা শাখা" আদি পুথিয়ে অসমীয়া সাহিত্যৰ একো একোটা দিশৰ ওপৰত আলোক পাত কৰিছে। অসমীয়া নাট্য সাহিত্য, উপন্যাস সাহিত্য আদিৰ ক্ৰমবিকাশ তথা বুৰঞ্জীমূলক পুথিৰ অভাৱ। এই বিষয়ত সত্যেন্দ্ৰনাথ শৰ্মাই "অসমীয়া নাট্য সাহিত্য" আৰু "অসমীয়া উপন্যাস সাহিত্য" প্ৰণয়ন কৰি এই পথ ৰচনা কৰে। ত্ৰৈলোক্যনাথ গোস্বামীৰ "আধুনিক গল্প সাহিত্য" অসমীয়া গল্প সাহিত্যৰ বুৰঞ্জীমূলক গ্ৰন্থ।

অসমীয়া সাহিত্যত আজিও নিৰ্ভীক নিৰপেক্ষ বিচাৰশীল সমালোচনাৰ অভাৱ। সমালোচনাৰ নামত প্ৰতিবাদমূলক আলোচনা আৰু স্পষ্টবাদী সমালোচনাৰ নামত নিন্দাবাদমূলক আলোচনাৰ অভাৱ কিন্তু নাই। ডেকা সাহিত্যিক কেজন মানক এই বিষয়ত কিছু সচেতন হোৱা দেখা গৈছে।

## নাট্য সাহিত্য

যুদ্ধোত্তৰ কালছোৱাৰ অসমীয়া নাট্য-সাহিত্যৰ পৰিৱৰ্তনৰ ধাৰাটোৱো মন কৰিব লগীয়া। জাতীয় আন্দোলন আৰু স্বাধীনোত্তৰ কালৰ সমাজৰ অৰ্থনৈতিক দুৰৱস্থাই নাট্যকাৰ সকলক অধিক বাস্তৱমুখী কৰি তুলিলে। ফলত নাট্যকাৰৰ নাটকৰ বিষয়বস্তুৰ পৰিৱৰ্তন ঘটিল। অৱশ্যে পূৰ্বৰ নাট্যকাৰ

সকলবো বহুতৰে তেজী কাপ নীৰৱ হোৱা নাছিল। পুৰণি নাটকৰ সুৰ ধ্বনিত হোৱা নাট্যকাৰ কেজনৰ ভিতৰত সাম্প্ৰতিক কালৰ অগ্ৰণী নাট্যকাৰজন হ'ল **অতুলচন্দ্ৰ হাজৰিকা**। তেওঁৰ অমিত্ৰাক্ষৰ ছন্দত ৰচিত "ৰুক্মিণীহৰণ", "চম্পাৱতী" আৰু "নিৰ্য্যাতিতা" এই কালৰ পৌৰাণিক নাট। "ছত্ৰপতি শিৱাজী" আৰু "টিকেন্দ্ৰজিৎ" সাম্প্ৰতিক কালত ৰচিত তেওঁৰ দুখন ঐতিহাসিক নাটক। আকৌ "মানস প্ৰতিমা" আৰু "ৰংমহল" হাজৰিকাৰ অন্যান্য বিষয়ক নাটক। সাম্প্ৰতিক কালত ৰচিত হলেও হাজৰিকাৰ নাটকত নতুন সংস্কাৰ সাধন একো হোৱা নাই, পূৰ্বৰ সুৰেই অব্যাহত আছে। মিত্ৰদেৱ মহন্তৰ "বৈদেহী বিয়োগ", "প্ৰচ্ছন্ন পাণ্ডৱ" সাম্প্ৰতিক কালৰ ৰচিত হৈয়ো অভিনৱত্ব একো আনিব পৰা নাই। দৈৱচন্দ্ৰ তালুকদাৰৰ ঐতিহাসিক নাটক "ভাস্কৰ বৰ্ম্মা", দণ্ডিনাথ কলিতাৰ "পোহনীয়া কুকুৰ" "পৰাচিত" আৰু "কীচক বধ", কমলানন্দ ভট্টাচাৰ্যৰ "চিত্ৰাঙ্গদা" আদি নাটকতো সাম্প্ৰতিক কালৰ নাট্য আন্দোলনৰ কোনো আচোৰ পৰা নাই। আনহাতে, সেই কালতে আন এজন নাট্যকাৰ **জ্যোতিপ্ৰসাদ আগৰৱালাৰ** নাটক "লভিতা" আৰু "ৰূপালীম্" নাটকত সাম্প্ৰতিক নাট্য-আন্দোলনৰ লক্ষণ স্পষ্ট। গতানুগতিক নাটকীয় কলা-কৌশলৰ তাত অন্ত পৰিছে। দীঘলীয়া নাটকীয় নিৰ্দেশ আৰু মঞ্চৰ অভিনয়ৰ সময়ত পৰিবেশ সৃষ্টিৰ কাৰণে পটভূমিৰ প্ৰয়োজনীয় বৰ্ণনাৰ সমাবেশ জ্যোতিপ্ৰসাদৰ অভিনৱ সৃষ্টি। আচলতে জ্যোতিপ্ৰসাদকে সাম্প্ৰতিক কালৰ নাট্য আন্দোলনৰ গুৰু বুলিব পাৰি।

সাম্প্ৰতিক কালৰ নাট্য সাহিত্য সামাজিক নাটৰদ্বাৰা বিশেষ-ভাৱে সমৃদ্ধ। অৱশ্যে স্বাধীনতা যুদ্ধৰ পটভূমিতো নাটক ৰচিত হৈছে। **প্ৰবীন ফুকনৰ** "মণিৰাম দেৱান", "লাচিত বৰফুকন", "কাল পৰিণয়", "আসাম হলিউদ", "শতিকাৰ বাণ" জনপ্ৰিয়



নাটক। ফুকনৰ নাটকৰ সংলাপন আৰু মঞ্চৰ পৰিবেশ সৃষ্টিৰ ফালৰপৰা অভিনয়ৰ বাবে উপযোগী। এই পৰ্যায়ৰ নাট্যকাৰ সুৰেন শইকীয়াৰ "কুশলকোঁৱৰ", ফনী শৰ্মাৰ "ভোগজৰা", আব্দুল মালিকৰ "ৰাজদ্ৰোহী", প্ৰভাত শৰ্মাৰ "আনাৰকলি", উত্তম বৰুৱাৰ "জেৰেঙাৰ সতী" আদি উল্লেখযোগ্য নাটক।

অন্যান্য নাটকৰ ভিতৰত অনিল ৰায়চৌধুৰীৰ "প্ৰতিবাদ" "চিৰন্তন", গিৰীশ চৌধুৰীৰ "মিনাবজাৰ", লক্ষ্যধৰ চৌধুৰীৰ "নিমিলা অঙ্ক" আৰু "ৰক্ষকুমাৰ", সৰ্বেশ্বৰ চক্ৰবৰ্তীৰ "অভিমান", "কঙ্কণ", সৰ্বানন্দ পাঠকৰ "অগ্ৰগামী", অভয় ডেকাৰ "গৰা-খহনীয়া", অমৰেন্দ্ৰ পাঠকৰ "ইণ্টাৰভিউ", সত্যপ্ৰসাদ বৰুৱাৰ "চাকৈ চকোৱা", "শিখা", সাৰদা বৰদলৈৰ "পহিলা তাৰিখ", "সেই বাটেদি", "মগৰিবৰ আজান", সুৰেশ গোস্বামীৰ "ৰুণুমী" আদি উল্লেখযোগ্য নাটক। এইবোৰ নাটকৰ মাজেদি নাট্যকাৰ সকলক বৰ্তমান সমাজৰ সমস্যা আৰু ভাবধাৰাৰ চিত্ৰ দাঙি ধৰিবলৈ চেষ্টা কৰা দেখা যায়।

একাঙ্কিকা আৰু ৰেডিও নাটৰ সমাদৰ সাম্প্ৰতিক কালত ক্ৰমশঃ বাঢ়িবলৈ ধৰিছে। এই বিষয়ত লক্ষীধৰ শৰ্মা আগৰণুৱা। বিৰিঞ্চি কুমাৰ বৰুৱাৰ "এবেলাৰ নাট", প্ৰবীণ ফুকনৰ "ত্ৰিতৰঙ্গ", অৰুণ শৰ্মাৰ "এনাজৰী", সত্যপ্ৰসাদ বৰুৱাৰ "ৰাণাদিল", ভবেন শইকীয়াৰ "অলঙ্কাৰ", "ভগা ডেউকাৰ ছাঁ", "পুতলানাচ", হৰিশচন্দ্ৰ ভট্টাচাৰ্যৰ "একাঙ্কিকা নাটমালা", যোগেন চেতিয়াৰ "একাঙ্কিকা" অতুলচন্দ্ৰ হাজৰিকাৰ "আহুতি" আদি এই শ্ৰেণীৰ লেখত লব লগীয়া নাটক। আনহাতে ভূপেন হাজৰিকাৰ "এৰা বাটৰ সুৰ", "শকুন্তলা", নাৰায়ণ বেজবৰুৱাৰ "শলিতা নুমাল" "ঘটকালিৰ ঘমঘণ্ট", কোকিল বেজবৰুৱাৰ "সমাধিৰ শিখা" আদি উল্লেখযোগ্য অনাতাঁৰ নাট। তদুপৰি প্ৰেমনাৰায়ণ দত্ত, কুমুদ বৰুৱা, সুৰেন শইকীয়া আদিয়ে প্ৰহসন ৰচনা কৰিবলৈ প্ৰয়াস কৰা কথাও এই

প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি।

এই কালছোৱাত অন্যান্য ভাষাৰপৰা কিছুমান নাটক অসমীয়ালৈ অনূদিত হৈছে। তাৰ ভিতৰত চেক্সপীয়েৰৰ নাটকেই সৰহ। অতুলচন্দ্ৰ হাজৰিকাৰ “বণিজ কোঁৱৰ” আৰু “অশ্ৰুতীৰ্থ” ক্ৰমে Merchant of Venice আৰু King Lier-ৰ অসমীয়া ৰূপান্তৰ। পদ্ম বৰকটকীৰ “পুতলা ঘৰ” ইবছেনৰ A Doll's House-ৰ অসমীয়া ৰূপান্তৰ। যোগেন চেতিয়াৰ “চেনেহৰ সোঁতা” আৰু প্ৰফুল্লচন্দ্ৰ বৰুৱাৰ “সবাক হাকিমৰ অবাক স্ত্ৰী” আৰু “বিভ্ৰাট” অনূদিত একাঙ্কিকাৰ নিদৰ্শন। আকৌ ৰজনীকান্ত শৰ্মাই শূদ্ৰকৰ “মৃচ্ছকটীক” আৰু মুকুন্দমাধৱ শৰ্মাই ৰাজশেখৰৰ “কৰ্পূৰ মঞ্জৰী”ৰ অনুবাদ কৰিছে। তদুপৰি ভালেমান অন্যান্য ভাষাৰ নাটকৰ কাহিনীসমূহ উপন্যাসৰূপেও অনূদিত হৈ প্ৰকাশিত হৈছে।

সাম্প্ৰতিক কালৰ আন এটা উল্লেখযোগ্য দান গীতিনাট্য। এই ক্ষেত্ৰত কেবাজনো সঙ্গীতজ্ঞ লোকে খ্যাতি আৰ্জিব পাৰিছে। সিসকলৰ ভিতৰত পাৰ্বতীপ্ৰসাদ বৰুৱা, আনন্দচন্দ্ৰ বৰুৱা, কীৰ্তিনাথ বৰদলৈ, মুক্তিনাথ বৰদলৈ, লক্ষ্যধৰ চৌধুৰী, কীৰ্তিনাথ হাজৰিকা, ফণীধৰ তালুকদাৰ আদিৰ নাম উল্লেখযোগ্য। এই নাট্যকাৰসকলৰ উজ্জ্বল ভৱিষ্যত সম্পৰ্কে কাৰো সন্দেহ নাই। এই খিনিতে উল্লেখ কৰিব পাৰি যে অসমত স্থায়ী নাট্যমন্দিৰ আৰু ব্যৱসায় ভিত্তিত স্থায়ী মঞ্চাভিনেতাদলৰ অভাৱত অসমীয়া নাট্য আন্দোলনৰ গতি আজিও মন্থৰ। সেই বিষয়ত নাট্যামোদী সকল সচেতন হোৱা দৰ্কাৰ।

## চুটি গল্প

দ্বিতীয় মহাসমৰৰ বিভীষিকাৰ নিষ্ঠুৰ বা-হাটি আৰু ক'লা মেঘে অসম আকাশ ছানি পেলালে। দেশৰ ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক আৰু শিক্ষানীতি আদি সকলো ক্ষেত্ৰতে সেই কোবাল বতাহে আগলতি কলাপাতৰ কঁপনি তুলিলে। এই অবাঞ্ছিত অস্থিৰতাৰ মাজত অসমীয়া আলোচনীসমূহৰ জীৱনলৈ নামি আহিল চৰম দুৰ্যোগ, তাৰ মাজতো কিন্তু 'জয়ন্তী-সুৰভি-আৱাহন-পছোৱা-মিনাৰ-ৰামধেনু' আদি আলোচনীয়ে নিজৰ আদৰ্শ অটুট ৰাখি প্ৰগতিৰ পথত আগমুখে খোজ দিয়ে থাকিলে। সিহঁতৰ গতিৰ প্ৰতিৰোধ নহ'ল। পুৰণি চামৰ গল্পকাৰসকলৰ চিন্তা-চৰ্চাত ব্যাঘাত ঘটিল। লক্ষ্মীনাথ ফুকন, হলিৰাম ডেকা, মহীচন্দ্ৰ বৰা, ত্ৰৈলোক্যনাথ গোস্বামী, কৃষ্ণ ভূঞা, মুনীন বৰকটকী, ৰাধিকামোহন গোস্বামী, ৰমা দাশ আদিয়ে আগৰ দৰে লেথাৰি নিচিগাকৈ লিখিব পৰা নাই যদিও মাজে মাজে ভূমুকি নমৰাকৈ থকা নাই। বীণা বৰুৱা ছদ্মনামত লিখা বিৰিঞ্চি কুমাৰ বৰুৱাৰ “পট পৰিৱৰ্তন” আৰু “অঘোনীবাই”, উমাকান্ত শৰ্মাৰ “ঘূৰণীয়া পৃথিৱীৰ বেকা পথ” আৰু ত্ৰৈলোক্যনাথ গোস্বামীৰ “অৰুণা” আৰু “মৰীচিকা” গল্পসঙ্কলনসমূহ যুদ্ধোত্তৰ কালতহে প্ৰকাশিত হৈছে। ৰাধিকামোহন গোস্বামী আৰু বিৰিঞ্চি কুমাৰ বৰুৱাই উপন্যাসত হাত দিলে।

এই কালৰ গল্পকাৰসকলৰ ভিতৰত চৈয়দ আব্দুল মালিক আগৰণুৱা। মালিকে আগৰেপৰা গল্প-চৰ্চাত হাত দিছিল যদিও তেওঁ অধিক সক্ৰিয় হৈ পৰে যুদ্ধোত্তৰ কালছোৱাতহে; তেৱেঁই সম্ভৱতঃ আটাইতকৈ বেছি সংখ্যক গল্প লিখি গৈছে। বিষয়বস্তুৰ বৈচিত্ৰ্য, নিপীড়িত আৰু সমাজ বহিৰ্ভূতসকলৰ প্ৰতি সহানুভূতি, প্ৰেম-প্ৰীতি আৰু যৌনক্ষুধাৰ অবাৰিত প্ৰকাশ মালিকৰ গল্পৰ

বিশেষত্ব। "পৰশমনি", "ৰঙাগৰা", "মৰহা পাপৰি", "এজনী নতুন ছোৱালী", "শিল আৰু শিখা", "মৰম মৰম লাগে" আৰু "শিখৰে শিখৰে' মালিকৰ উল্লেখযোগ্য গল্প সঞ্চয়ন। ইয়াৰ বাহিৰেও তেওঁৰ আৰু ভালেমান গল্প আলোচনীৰ পাতত সিঁচৰিত হৈ আছে। মালিকৰ গল্প কোৱাৰ ভঙ্গি মনত লগা; মধুৰ শব্দচয়নৰদ্বাৰা কাহিনী বৰ্ণনা কৰিব পৰা ক্ষমতা তেওঁৰ অতি প্ৰশস্ত। **দীননাথ শৰ্মা** আৰু **বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য** আন দুগৰাকী শক্তিশালী গল্প লিখকে আমাৰ দৃষ্টি আকৰ্ষণ কৰে। শৰ্মাৰ "দুলাল", "কোৱা ভাতুৰীয়া ওঠৰ তলত", "কল্পনা আৰু বাস্তৱ", "অকলশৰীয়া" আৰু "পোহৰ" উল্লেখযোগ্য গল্পৰ পুথি। প্ৰেম আৰু সমাজৰ বিভিন্ন বাস্তৱ চিত্ৰৰ প্ৰতি শৰ্মাৰ প্ৰখৰ দৃষ্টি। সমাজৰ মধ্যবিত্ত শ্ৰেণী আৰু গাঁৱলীয়া জীৱনৰ নানা চিত্ৰৰদ্বাৰা তেওঁৰ গল্পৰাজি সমৃদ্ধ। গল্প লিখক হিচাপে বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ প্ৰথম পৰিচয় 'জয়ন্তী'ৰ পাতত; কিন্তু 'ৰামধেনু'ৰ পাততহে তেওঁৰ পূৰ্ণ বিকাশ। সম্প্ৰতি ঔপন্যাসিক হিচাপে প্ৰসিদ্ধি লাভ কৰিলেও ভট্টাচাৰ্য এগৰাকী সাৰ্থক গাল্পিক। বহুল মানৱতাবোধ, ফ্ৰয়েডীয় চিন্তা-ধাৰাৰ প্ৰকাশ আৰু সংযত প্ৰকাশৰীতি তেওঁৰ গল্পৰ বিশেষত্ব। অৱশ্যে ঠায়ে ঠায়ে মাৰ্ক্সীয় আদৰ্শই ভূমুকি নমৰাকৈ থকা নাই। "কলং আজিও বয়" আৰু "সাতসৰী" ভট্টাচাৰ্যৰ উল্লেখযোগ্য গল্পগুচ্ছ। ইয়াত স্থান নোপোৱাকৈ থকা তেওঁৰ ভালেমান গল্প সমসাময়িক আলোচনীৰ পাত শোভা কৰি আছে। এওঁলোকৰ সমসাময়িক আন এজন খ্যাতিমান গল্পলিখক **যোগেশ দাস** 'ৰামধেনু'ৰ সৃষ্টি। শব্দ গাঠনিৰ সংযমশীলতা অনাড়ম্বৰ ভাষা আৰু জীৱনৰ বৈচিত্ৰ্যময় ঘটনাৰাজিৰ আকৰ্ষণীয় ৰূপৰেখা দাসৰ গল্পৰ বিশেষত্ব। "সঁহাৰি পাই", "পৃথীয়া তৰা", "ত্ৰিবেণী", "আন্ধাৰৰ আঁৰে আঁৰে" আৰু "মদাৰৰ বেদনা" তেওঁৰ গল্প সংকলন। 'ৰামধেনুৰ' পাততে আত্মপ্ৰকাশ কৰা আন এজন শক্তিশালী গল্প



লিখক **হোমেন বৰগোহাঁই**। তেওঁৰ গল্পৰ চৰিত্ৰ আৰু কাহিনীতে ফ্ৰয়েডীয় মনোবিশ্লেষণৰ গভীৰ প্ৰকাশ মন কৰিব লগীয়া। বৰগোহাঁই অতি বাস্তৱবাদী গাল্পিক, সেয়ে আধুনিক সভ্যতাৰ বাহ্যিক চাল চলনৰ অন্তৰালত বনৰীয়া হাতীৰ দৰে বহি থকা মূঢ়তা আৰু পাশৱিকতাৰ আঁৰ-কাপোৰ উন্মোচন কৰাৰ তেওঁৰ অকণো ভয় নাই। "বিভিন্ন কোৰাছ", "প্ৰেম আৰু মৃত্যুৰ কাৰণে" আৰু "বিভিন্ন নৰক" তেওঁৰ সুন্দৰ গল্পগুচ্ছ। **সৌৰভ চলিহাৰ** "অশান্ত ইলেক্‌ট্ৰণ" আৰু "দুপৰীয়া" উল্লেখযোগ্য গল্প সঞ্চয়ন।

সাম্প্ৰতিক কালৰ আন এজন জনপ্ৰিয় শক্তিশালী গল্পলিখক **ভবেন শইকীয়া**। তেওঁৰ বৰ্ণনা বাস্তৱমুখী, আৰু দৃষ্টিভঙ্গীও অতি সূক্ষ্ম। একাধিক ঘটনাৰ সংযোগৰ বাবে শইকীয়াৰ গল্পৰীতিত জটিলতা চকুত পৰিলেও প্ৰকাশভঙ্গীৰ চাকতাই পাঠকক তৃপ্তি দিয়ে। শইকীয়াৰ গল্প কথনৰীতিৰ আৰ্ট মন কৰিব লগীয়া। "প্ৰহৰী" তেওঁৰ উল্লেখযোগ্য গল্প সঞ্চয়ন। "জেৰিণা" আৰু "আন্ধাৰ নিশাৰ জুই" গল্পগুচ্ছৰ শিল্পী **জয়িৰুদ্দিন আহমদ** চতুৰ্থ দশকৰে গল্পকাৰ। তেওঁৰ গল্পত মাৰ্ক্সীয় দৰ্শনৰ প্ৰভাৱ লক্ষ্য কৰা যায়। **লক্ষ্মীনন্দন বৰা** আন এজন উল্লেখযোগ্য গল্প লিখক। তেওঁৰ গল্পৰ ঘটনা সাধাৰণ, আৰু সিবোৰত কোনো বৈচিত্ৰ্যও নাই। অৱশ্যে তেওঁৰ ভাষাৰ প্ৰয়োগ মন কৰিব লগীয়া; ঠায়ে ভকতীয়া কথ্যৰীতি আৰু কেতিয়াবা ফকৰা-যোজনাৰ প্ৰয়োগত ভাষাই গ্ৰাম্য কথনৰীতিৰ ৰূপ লৈছে। "দৃষ্টিৰূপা", "সেই সুৰে উতলা", "কাঁচিয়লিৰ কুঁৱলী", "মন মাটি মেঘ", "গৌৰী ৰূপক", "অচিন কইনা" বৰাৰ লেখত লব লগীয়া গল্প সঞ্চয়ন। ইয়াৰ উপৰিও **মহিম বৰাৰ** "কাঠনিবাৰীৰ ঘাট", **বোহিনীকুমাৰ কাকতিৰ** "এজাক আন্ধাৰ", **নিৰ্মলেশ্বৰ শৰ্মাৰ** "যুগদৰ্শন", **চন্দ্ৰপ্ৰসাদ শইকীয়াৰ** "মায়ামৃগ", পদ্ম বৰকটকীৰ "অশ্লীল", নিৰুপমা বৰগোহাঁইৰ "অনেক আকাশ" আদি অন্যান্য লেখত লব লগীয়া যুদ্ধোত্তৰ কালৰ গল্পপুথি। মেদিনী চৌধুৰী,

মিহিৰ বৰুৱা, ক্ষীৰোদ শইকীয়া, কুমাৰ কিশোৰ, স্নেহ দেৱী, প্ৰফুল্ল শইকীয়া, প্ৰীতি বৰুৱা, মামণী গোস্বামী, যদু বৰপূজাৰী, নিৰোদ চৌধুৰী আদি কেগৰাকীমান সাম্প্ৰতিককালৰ গাল্পিকৰ ৰচনা ৰীতিত আৰোপিত নতুন কলা-কৌশলে পাঠকৰ দৃষ্টি আকৰ্ষণ কৰে।

সম্প্ৰতি কেই বছৰমানৰ ভিতৰত ন পুৰণি বহুতো গল্প লিখকৰ অন্যত্ৰ প্ৰকাশিত গল্পৰ কেবাটাও নতুন সংকলন ওলাইছে। সিবিলাকৰ ভিতৰত বিষ্ণু ৰাভাৰ "সোণপাহি", প্ৰফুল্লদত্ত গোস্বামীৰ "নিতে নৱ ৰূপ তাৰ", হেম শৰ্মাৰ "নিলিখা ইতিহাস", প্ৰীতি বৰুৱাৰ "নিৰৰ্থক", স্নেহ দেৱীৰ "কৃষ্ণা দ্বিতীয়াৰ জোন", আলিমুনিছা পিয়াৰৰ "মাজ নিশা তৰাই উচুপে" আৰু "জীৱনৰ সাগৰত উপকূল নাই", নিৰোদ চৌধুৰীৰ "মোৰ গল্প", "অঙ্গে অঙ্গে শোভা", "বায়ু বহে পূৰবৈৰা" আৰু "নিশিগন্ধা", হিৰণ্যময়ী দেৱীৰ "নিয়ৰ টোপাল", ডলী তালুকদাৰৰ "মধুলেখা", মামণী গোস্বামীৰ "চিনাকি মৰম" আৰু "কইনা", অনিমা ভৰালীৰ "বেলি ফুলৰ সপোন", ইমৰাণ শ্বাহৰ "বন্দী বিহঙ্গমে কান্দে" আৰু "পিয়ামুখ চন্দা", অতুল চক্ৰবৰ্তীৰ "মৰম" আৰু "মমতা", সদা শইকীয়াৰ "অকুণ্ঠ স্বীকৃতি", হৰেণ কলিতাৰ "অতীতৰ স্মৃতি", কালীপ্ৰসাদ গোস্বামীৰ "তুহঁ জুই", অতুলানন্দ গোস্বামীৰ "মোৰ গল্প" আৰু "হামদৈপুলৰ জোন", ৰবীন চৌধুৰীৰ "দুই নদীৰ দুপাৰে", আৰতী বৈৰাগীৰ "নদীৰ নাম তৃষ্ণা", মিনতি হাজৰিকাৰ "মমতাৰ বাতৰি" ৰামমল ঠাকুৰীয়াৰ "স্বপ্নভঙ্গ", কনকসেন ডেকাৰ "ৰঙীণ পৰ্দ্দা", হেমকান্ত ভূঞাৰ "বালিচন্দা", যদু বৰপুজাৰীৰ "ৰত্নদ্বীপ" আদি সাম্প্ৰতিক কালৰ উল্লেখযোগ্য গল্প সঞ্চয়ন। এইসকলৰ বাহিৰেও নীলিমা শৰ্মা, সুব্ৰতা গোস্বামী, ছাঈদুল ইচলাম, ভদ্ৰ বৰা, প্ৰতুল শৰ্মা, তৃপ্তি গোস্বামী, গোলাপ খাউণ্ড, অমিয়া দেৱী, দেৱীদাস নেওগ আদি নতুন লিখকসকলে গল্প চৰ্চাত মনোনিবেশ কৰা দেখা গৈছে।

আধুনিক নতুন গল্প লিখকসকলৰ দৃষ্টিভঙ্গীৰ আৰু প্ৰকাশৰীতিৰ



বৈচিত্ৰ্য মন কৰিব লগীয়া। এওঁলোক পাশ্চাত্য গল্পকাৰসকলৰ চিন্তাধাৰা আৰু বঙালী গাল্পিকৰ ৰচনাৰীতিৰদ্বাৰা কিছু পৰিমাণে প্ৰভাৱান্বিত। জীৱনৰ নতুন নতুন অভিজ্ঞতাই তেওঁলোকক গল্প ৰচনাৰ ক্ষেত্ৰত নানাভাৱে অনুপ্ৰেৰণা যোগাই আহিছে।

প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে শিশুৰ কাৰণেও এই কাল ছোৱাত নানা গল্প পুথি ৰচিত হৈছে। দেশী-বিদেশী, পুৰণি আখ্যান, লৌকিক কাহিনী, ইতিহাসৰ ঘটনা আদিৰ পৰিৱেশনৰদ্বাৰা এই পুথিৰাজি সমৃদ্ধ। এই বিষয়ত বেণুধৰ শৰ্মাৰ "ৰাংপতা" আৰু "লাতুমণি", প্ৰফুল্লদত্ত গোস্বামীৰ "বিলাতী হোজা", বাণীকান্ত কাকতিৰ "পখিলা", মহেশ্বৰ নেওগৰ "ডাৱৰৰ সিপাৰে ধুনীয়া দেশ", সত্যেন্দ্ৰনাথ শৰ্মাৰ "পাৰ্থ সাৰথি", দুলাল বৰঠাকুৰৰ "ঘুমটি যায়োৰে", নৰকান্ত বৰুৱাৰ "আখৰৰ জখলা", অতুলচন্দ্ৰ হাজৰিকাৰ "অঙ্কীয়া নাটৰ সাধু", "ল'ৰাৰ জাতক", "কথা দশম", "অপেশ্বৰীৰ দেশ" আৰু "ৰামায়ণৰ ৰহঘৰা", বিশ্বনাৰায়ণ শাস্ত্ৰীৰ "চণ্ডীৰ সাধু" আৰু "পুৰাণৰ সাধু", আব্দুল মালিকৰ "মুকলি মনৰ সাধু", কবি মহন্তৰ "গোসাঁইৰ ঘোঁৰা", প্ৰেমধৰ দত্তৰ "শিয়ালৰ শিং" লীলা গগৈৰ "পোনাকণৰ সপোন", "সোণতৰা" আৰু "ৰংমনৰ কথা", ৰাজশেখৰৰ "নৈৰ কথা", হৰেন্দ্ৰনাথ শৰ্মাৰ "সময় বালিৰ খোজবোৰ", প্ৰণীতা দেৱীৰ "পৰীৰ দেশৰ কথা", শৈলবালা বৰুৱাৰ "কুঁহি সেউজীয়া মন", লুম্মেৰ দাইৰ "উদয়াচলৰ সাধু" আদি লেখত লব লগীয়া শিশুৰ গল্পৰ পুথি। ইয়াৰ বাহিৰেও হৰেন্দ্ৰনাথ শৰ্মাৰ "ইছপৰ সাধু", অতুলচন্দ্ৰ হাজৰিকাৰ "এণ্ডাৰছনৰ সাধু", আৰু "গ্ৰীম্চৰ সাধু", অণু বৰুৱাৰ "জাপানী সাধু", মহেন্দ্ৰ বৰাৰ "ডন কুইকচোট" "গালিভাৰ ভ্ৰমণ", হাৰুণাৰ ৰচিদৰ "টম্ খুৰাৰ জুপুৰী", "বনবীৰ টাৰ্জান" আৰু "থ্ৰীমাচকিটাৰ্চ", বিৰিঞ্চিকুমাৰ বৰুৱাৰ "দেশবিদেশৰ সাধু", জমিৰুদ্দিনৰ "চীনদেশৰ কাহিনী" আদি অন্যান্য ভাষাৰপৰা সহায় লৈ যুগুত কৰা কিম্বা অনুবাদ কৰা শিশু

উপযোগী গল্পৰ পুথিসমূহৰ নাম উল্লেখ কৰিব পাৰি।

শিশুৰ উপযোগী গল্পৰ দৰে প্ৰাপ্তবয়স্কৰ উপযোগী অন্যান্য ভাষাৰপৰা অনূদিত গল্প সংকলনো কেবাটাও ওলাইছে। তাৰ ভিতৰত অনুপমা দেৱীৰ "এনুৱা জোনালী নিশা", অনিলকুমাৰ শৰ্মাৰ "চেখভৰ অনুপম গল্প", লক্ষহীৰা দাসৰ "ওস্কাৰ ৱাইল্ডৰ গল্প", নিৰুপমা ফুকনৰ "বিশ্ব গল্প চয়নিকা", প্ৰফুল্লদত্ত গোস্বামীৰ "গল্প ঃ দেশী আৰু বিদেশী", বিমল নাথৰ "হথৰ্নৰ গল্প", বিনোদ শৰ্মাৰ "পাৰ্লবাকৰ শ্ৰেষ্ঠ গল্প", বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ "একুৰি এটা চুটি গল্প", ধৰ্মেশ্বৰ কটকীৰ "চেক্সপীয়েৰৰ গল্প", সুৰেন্দ্ৰমোহন দাসৰ "টলষ্টয়ৰ সাধু", কনকচন্দ্ৰ মহন্তৰ "জাৰৰ দেশৰ গল্প", প্ৰণীতা দেৱীৰ "গ্ৰীচ আৰু ৰোমৰ সাধু", নৰদ্বীপ পাটগিৰিৰ "ব্ৰহ্মদেশৰ সাধু" আদি উল্লেখযোগ্য সংকলন।

সাম্প্ৰতিক কালৰ গল্প সাহিত্যৰ চৰ্চা আৰু অধ্যয়নৰ প্ৰচেষ্টা মন কৰিব লগীয়া। "নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ গল্প," বীণাৰ ঝঙ্কাৰ", "গল্প সঞ্চয়ন", "চুটি গল্প সংকলন" আদি তেনেকুৱা প্ৰচেষ্টাৰ উল্লেখযোগ্য নিদৰ্শন। সাম্প্ৰতিক কালৰ গাল্পিকসকলৰ অপ্ৰকাশিত কিম্বা প্ৰকাশিত গল্প সংকলনৰ কথাও এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি। সংকলনবোৰত সাধাৰণতে গল্পকাৰসকলৰ প্ৰতিনিধিত্ব-মূলক গল্পকহে স্থান দিয়া দেখা গৈছে। এনেকুৱা ধৰণৰ গল্প সংকলনৰ ভিতৰত যোগেশ দাস সম্পাদিত "গল্পৰ কুকি" আৰু ইমৰাণ শ্বাহ সম্পাদিত "বছৰৰ গল্প"ৰ নাম কব পাৰি। আধুনিক গল্প লিখকসকলৰ হাতত মৌলিক আৰু জাতীয় বৈশিষ্ট্য নষ্ট নোহোৱাকৈ অসমীয়া গল্প সাহিত্যৰ বিকাশৰ ধাৰা অব্যাহত থকাটো মন কৰিব লগীয়া কথা।

## উপন্যাস

যুদ্ধোত্তৰ কালৰ সমাজৰ নানা পৰিৱৰ্তনৰ লগে লগে অসমীয়া ঔপন্যাসিকসকলৰো চিন্তাধাৰা আৰু দৃষ্টিভঙ্গীৰ সলনি ঘটিল। শিল্পী-সাহিত্যিকসকলো হৈ পৰিল সমাজ-সচেতন। উপন্যাসৰ ভাৱ-গতিও হ'ল সমাজমুখী। নগৰীয়া আৰু গাঁৱলীয়া জীৱনৰ নানা প্ৰকাৰ ভিন্নমুখী সমস্যাৰ প্ৰতি লিখকসকল হৈ পৰিল অধিক আগ্ৰহশীল। উপন্যাসৰ এই বাস্তৱমুখিতাৰ অন্তৰালত মাৰ্কছীয় আৰু ফ্ৰয়েডীয় দৰ্শন সাহিত্যৰ প্ৰভাৱ তথা অনুপ্ৰেৰণাৰ কথাও মনত পেলাব পাৰি। এইবিলাক মতবাদে আমাৰ ঔপন্যাসিকৰ সচেতন মনত নহলেও অবচেতন মনত ৰেখাপাত নকৰাকৈ থকা নাছিল।

বীণা বৰুৱা ছদ্মনামত লিখা বিৰিঞ্চিকুমাৰ বৰুৱাৰ "জীৱনৰ বাটত" সাম্প্ৰতিক কালৰ নতুন দৃষ্টিভঙ্গীৰে ৰচিত সাৰ্থক উপন্যাস। জাতীয় আন্দোলনৰ পটভূমিত অঙ্কিত অসমীয়া গাঁৱলীয়া জীৱনৰ চিত্ৰ এইখন উপন্যাস। বিষয়বস্তুৰ আহৰণ, চৰিত্ৰাঙ্কন আৰু তাৰ বিকাশ, ঘটনাৰ সমাৱেশ, কাহিনীৰ সৰস বৰ্ণনা, ভাষাৰ সাৱলীলতা, গ্ৰাম্যজীৱনৰ 'স্নেপছট' তথা চিত্ৰাঙ্কন আৰু ৰচনাৰ নতুন কলা-কৌশল আদি কেউপিনৰপৰা বৰুৱাৰ "জীৱনৰ বাটত" নিঃসন্দেহে 'অসমীয়া সাহিত্যত সিংহ দুৱাৰস্বৰূপ।' একেজন ঔপন্যাসিকৰে ৰাস্না বৰুৱা নামত লিখা "সেউজী পাতৰ কাহিনী" অসমৰ চাহ বাগিচাৰ পটভূমিত অঙ্কিত এটি সুন্দৰ চিত্ৰ। বাগানৰ ভিন্ন ৰুচিৰ সমাজখনৰ চৰিত্ৰ সৃষ্টিত বৰুৱাই পূৰ্বৰ যোগ্যতা তথা শিল্পী-কুশলতা অটুট ৰাখিব পাৰিছে। সমালোচনা গ্ৰন্থৰ দৰে বৰুৱাই উপন্যাস দুখনৰ যোগেদিও অসমীয়া সাহিত্যত নতুন আদৰ্শ ৰাখি যাব পাৰিছে। চতুৰ্থ দশকৰ ঔপন্যাসিক দৈৱচন্দ্ৰ তালুকদাৰৰ সাহিত্য চৰ্চাৰ সেই আদৰ্শ আৰু প্ৰেৰণাৰ প্ৰদীপ আজিও নিৰ্বাপিত

হোৱা নাই। বৃহৎ আকাৰৰ সামাজিক পটভূমিত ৰচিত "তৃনীয়া" তেওঁৰ সাম্প্ৰতিক কালৰ লেখত লব লগীয়া উপন্যাস।

যুদ্ধোত্তৰ কালছোৱাত অসমীয়া সাহিত্যত চুটি গল্পৰ দৰে উপন্যাসৰ ক্ষেত্ৰতো এটা নৱজাগৰণ পৰিলক্ষিত হয়। সেই আদৰ্শ প্ৰেৰণাৰদ্বাৰা উৎসাহিত হৈ এদল নবীন সাহিত্য প্ৰেমীয়ে উপন্যাস ৰচনাত মনোনিবেশ কৰে। **মহম্মদ পীয়াৰ** সিসকলৰ ভিতৰত অগ্ৰণী। "প্ৰীতি উপহাৰ", "সংগ্ৰাম", "মৰহা পাপৰি', "হেৰোৱা স্বৰ্গ", "জীৱন নৈৰ জাঁজী" তেওঁৰ উল্লেখযোগ্য উপন্যাস। নিম্ন মধ্যবিত্ত পৰিয়ালৰ সুখ-দুখ, অভাৱ-অভিযোগপূৰ্ণ নানা আৰ্থিক আৰু সামাজিক সমস্যাৰদ্বাৰা তেওঁৰ উপন্যাসবাজি সমৃদ্ধ। **প্ৰফুল্লদত্ত গোস্বামীৰ** "কেঁচা পাতৰ কঁপনি" আৰু প্ৰ-মী ছদ্মনামত লিখা "শেখ ক'ত" উল্লেখযোগ্য উপন্যাস। গোস্বামীয়ে নাৰীৰ প্ৰেম-প্ৰীতিৰপৰা আৰম্ভ কৰি সকলো সমস্যাতে চৰিত্ৰ বিকাশৰ ক্ষেত্ৰত মনোবিশ্লেষণৰ প্ৰতি বিশেষ লক্ষ্য ৰখা দেখা যায়।

"উষা"ৰ শিল্পী **দীননাথ শৰ্মাৰ** "সংগ্ৰাম", "মাটি আৰু মানুহ", "নদাই" আৰু "শান্তি" লেখত লব লগীয়া উপন্যাস। 'নদাই'কে শৰ্মাৰ শ্ৰেষ্ঠ উপন্যাস বোলা যাব পাৰে। মাটি আৰু মানুহৰ আদৰ্শ নূট হামচুণৰ Growth of the Soil উপন্যাসৰপৰা লোৱা হৈছে। **জমিৰুদ্দিন আহমদৰ** "সমাজ সংঘাত সংগ্ৰাম" আৰু সৌমাৰৰ "কেৰাণীৰ জীৱন" সমপৰ্যায়ৰ উপন্যাস। আৰ্থিক দীনতা আৰু আদৰ্শমূলক নৈতিকতাৰ সংঘাতে এওঁলোকক উপন্যাস ৰচনা কৰিবলৈ অনুপ্ৰেৰণা দিছে। প্ৰাক্ যুদ্ধকালীন গল্পকাৰ **ৰাধিকা মোহন গোস্বামীয়ে** উপন্যাসত হাত দিলে; "চাকনৈয়া" আৰু "বা-মাৰলী" তাৰেই নিদৰ্শন। দুয়োখনতে কৃত্ৰিমতাৰে ভৰপূৰ অন্তঃসাৰশূন্য নাগৰিক জীৱনৰ সমালোচনা কৰা হৈছে।

এই কালৰ আন এজন ঔপন্যাসিক **হিতেশ ডেকা**। তেওঁৰ উপন্যাসবাজি বৰ্তমান অৰ্থনৈতিক আৰু সামাজিক সমস্যাপূৰ্ণ



গ্ৰাম্য জীৱনৰ বহল পটভূমিত ৰচিত। "আজিৰ মানুহ", "নতুন পথ", "ভাৰাঘৰ", "মাটি কাৰ", "এয়েতো জীৱন", "আচল মানুহ" ডেকাৰ উল্লেখযোগ্য উপন্যাস। প্ৰথম দুয়োখন উপন্যাসৰ সমস্ত সমল আহৰিত হৈছে আধুনিক গাঁৱলীয়া সমাজৰপৰা। চৰিত্ৰ সৃষ্টি, সংলাপন আৰু হাস্যৰসৰ সৃষ্টিত ডেকাৰ নিজস্ব প্ৰকাশভঙ্গী মন কৰিব লগীয়া। আনহাতে, কেউখন উপন্যাসেই আদৰ্শ তথা নৈতিকতাৰ চাপ, কৰ্মৰ প্ৰতি চৰিত্ৰৰ আগ্ৰহশীলতা, কাহিনীৰ সজীৱতা, ঘটনাৰ তীব্ৰতা আৰু গ্ৰাম্যজীৱনৰ সফল চিত্ৰাঙ্কনৰ মধুৰতাৰ বাবে অধিক জনপ্ৰিয়তা লাভ কৰিব পাৰিছে।

চতুৰ্থ দশকৰ শেষৰ ফালে গল্পৰ ক্ষেত্ৰৰপৰা উপন্যাসৰ ক্ষেত্ৰলৈ দেও মেলি আগবাঢ়ি অহা আন এজন যশস্বী কথা সাহিত্যিক **চৈয়দ অব্দুল মালিক**। "ৰথৰ চকৰি ঘূৰে', "বন জুই"', "ছবিঘৰ", "সূৰুয-মুখীৰ স্বপ্ন". "জীয়াজুৰিৰ ঘাট", "কণ্ঠহাৰ", "অন্য আকাশ অন্য তৰা", "ৰূপতীৰ্থৰ যাত্ৰী", "আধাৰ শিলা" আদি উপন্যাস ৰাজিয়ে মালিকক জনপ্ৰিয় কথাশিল্পীৰূপে চিনাকি দিয়ে। মালিকৰ চৰিত্ৰ সৃষ্টি আৰু কাহিনীৰ পৰিবেশনত গতানুগতিকতাৰ অনুলেপন নাই, কিন্তু বৰ্ণনাৰ বাহুল্য আৰু ঘটনাৰ শিথিলতা তেওঁ খণ্ডন কৰিব পৰা নাই। নানা সমস্যাজড়িত গ্ৰাম্য জীৱন আৰু নগৰীয়া জীৱনৰ বহল পটভূমিত মালিকে উপন্যাসৰ কাহিনীবোৰ উপস্থাপিত কৰিছে। প্ৰণয়-প্ৰীতি তথা চৰিত্ৰৰ যৌনাকাঙ্ক্ষায়ো মালিকৰ উপন্যাসত সঘনাই ভূমুকিয়াবলৈ পাহৰা নাই; তেনেকুৱা পৰিস্থিতিতো ঘটনাৰ বৰ্ণনাত সংযমশীলতা অটুট ৰাখিও কাহিনী ৰসভঙ্গ নোহোৱাকৈ ৰাখিব পৰাটো মালিকৰ কলা-কুশলতাৰ পৰিচায়ক।

প্ৰণয় প্ৰাধান্য উপন্যাসৰ ভিতৰত **প্ৰেমনাৰায়ণ দত্তৰ** "প্ৰণয়ৰ সুঁতি" আৰু "আশাৰ অন্তৰালত", **আত্মনাথ শৰ্মাৰ** "জীৱনৰ তিনি অধ্যায়", **সৰ্বানন্দ পাঠকৰ** "বিদায়ৰ আকৰ্ষণ" আদি উল্লেখযোগ্য।

কুমাৰ কিশোৰ আৰু অৰুণকুমাৰ দাস আন দুগৰাকী এই শ্ৰেণীৰ উপন্যাস লিখক। "শিখাৰ কঁপনি", "ছায়াপথ", "কপিলি নীৰৱে কান্দে" আৰু "শতাব্দীৰ স্বপ্ন" কুমাৰ কিশোৰৰ লেখত লব লগীয়া উপন্যাস। আকৌ, অৰুণ কুমাৰৰ উল্লেখযোগ্য উপন্যাস হ'ল "সপোন যেতিয়া ভাঙে", "ধূপ নীৰৱে জ্বলে" "জীৱনৰ কোবাল নদীত" আৰু "ব্যৰ্থ লগ্ন"। প্ৰেমক প্ৰাধান্য দি প্ৰণয়-প্ৰীতিমূলক কাহিনী লিখাত ভালেমান তৰুণ লিখকৰ উৎসাহ দেখা গৈছে। অৱশ্যে এই উৎসাহৰ সূচনা হয় স্বাধীনোত্তৰ কালৰপৰা। বহু সময়ত বৰ্ণনাৰ সংযমশীলতাৰ অভাৱ, ঘটনা আৰু কাহিনীৰ শিথিলতাৰ কাৰণে তেনেকুৱা কিছুমান উপন্যাস অশ্লীলতাৰ গণ্ডীত সোমাই পৰিছে। স্বাধীনোত্তৰ কালত বিশেষকৈ প্ৰায় পোন্ধৰ বছৰমান আগৰপৰা এই জাতীয় উপন্যাস চৰ্চাৰ সোঁত কিছু প্ৰৱল হৈ পৰা দেখা যায়। ফলত কিছুমান উপন্যাস যৌনকাঙ্ক্ষাৰ তীব্ৰতা আৰু ৰচনা-শৈলীৰ দুৰ্বলতাৰ কাৰণে নিম্ন খাপৰ অশ্লীল সাহিত্যৰ পৰ্যায়লৈ নামি আহিছে। কামজ প্ৰেম তথা নানা যৌন-স্পৃহাৰ উৎকট প্ৰকাশ সত্ত্বেও **পদ্ম বৰকটকীৰ** "মনৰ দাপোণ" শ্লীলতাৰ গণ্ডীতে ৰৈ গৈছে; কিন্তু তেওঁৰ "বিচাৰৰ বাবে" আৰু "কোনো খেদ নাই" দুয়োখনে সেই গণ্ডীৰ সীমাৰেখা অতিক্ৰম কৰি নিম্ন পৰ্যায়লৈ নামি আহিছে। মৃণালিনী দেৱীৰ আটাইকেইখন উপন্যাসেই অশ্লীল উপন্যাসৰ নিখুঁত নিদৰ্শন। আনহাতে, **হলিৰাম ডেকাৰ** "অলকালৈ চিঠি" এই জাতীয় উপন্যাসৰ চমৎকাৰ সৃষ্টি; ৰচনাৰীতি, চৰিত্ৰ বিকাশ, কথনভঙ্গী কেউপিনৰপৰা ডেকাৰ কথাশিল্পীসুলভ দৃষ্টিভঙ্গীয়ে এই পত্ৰোপন্যাসৰ মাজেদি অনুকৰণীয় দৃষ্টান্ত ৰাখি গৈছে। **ললিত বৰুৱাৰ** "ইলাভনীটিলৈ মুকলি চিঠি" কিন্তু উপন্যাস নহয়, যৌনতত্ত্ব বিষয়ক গ্ৰন্থহে।

সাম্প্ৰতিক কালৰ জনপ্ৰিয় তথা পঢ়ুৱৈ সমাজৰ বিশেষ পৰিচিত কথাশিল্পী দুগৰাকী হ'ল **বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য** আৰু **যোগেশ**



**দাস**। "ৰাজপথে ৰিঙিয়ায়", 'আই" আৰু "ইয়াৰুইঙ্গম" ভট্টাচাৰ্যৰ সাৰ্থক সৃষ্টি। প্ৰথমখন মনস্তাত্ত্বিক বিশ্লেষণমূলক আৰু আন দুয়োখনেই সামাজিক উপন্যাস। আই অসমীয়া গাঁৱৰ সৰ্বংসহী মাতৃমূৰ্তি; আনবোৰ চৰিত্ৰতো অসমীয়া গ্ৰাম্যজীৱনৰ চিত্ৰাঙ্কনৰ প্ৰচেষ্টা স্পষ্ট হৈ পৰিছে। কেন্দ্ৰীয় চৰকাৰৰ সাহিত্য একাডেমিৰ পুৰস্কাৰ লাভৰ যোগ্যতা দিয়া "ইয়াৰুইঙ্গম" স্বাধীনোত্তৰ কালৰ পৰিৱৰ্তনমুখী নগা পাহাৰৰ পাটভূমিত ৰচিত এখনি সাৰ্থক সৃষ্টি। ঔপন্যাসিক সমাজ-সচেতন, বিশেষকৈ ৰাজনৈতিক দিশটোৰ প্ৰতিয়েই কেৱল তেওঁৰ কাণ থিয় নহয়, দৃষ্টিও প্ৰখৰ। আনজন ঔপন্যাসিক যোগেশ দাসৰ "ডাৱৰ আৰু নাই" আৰু "জোনাকীৰ জুই" উল্লেখযোগ্য উপন্যাস। এওঁৰ প্ৰথমখন উপন্যাস মহাযুদ্ধৰ গচকত ভাঙি পৰা সমাজ আৰু চাহ বাগিচাৰ জীৱনৰ নানা সমস্যাৰ পটভূমিত ৰচিত। আনখন উপন্যাস সামাজিক পটভূমিত ৰচিত সাৰ্থক সৃষ্টি। "নিৰুপায় নিৰুপায়" দাসৰ আন এখন লেখত লব লগীয়া উপন্যাস। গাল্পিক দাসৰ বৰ্ণনাৰ সংযমশীলতা আৰু চৰিত্ৰ বিকাশ মন কৰিব লগীয়া। ভট্টাচাৰ্য আৰু দাস সফল গল্পকাৰ হৈও উপন্যাস ৰচনাত গাল্পিকৰ সীমা অতিক্ৰম কৰি আহিব পাৰিছে। এইখিনিতে দুয়োজন শিল্পীৰ কলাকুশলতা প্ৰশংসনীয়।

**নৰকান্ত বৰুৱা** আৰু **চন্দ্ৰপ্ৰসাদ শইকীয়া** আন দুজন সাম্প্ৰতিক কালৰ ঔপন্যাসিক। বৰুৱাৰ "কপিলী পৰীয়াৰ সাধু" কপিলী নৈৰ পাৰৰ গাঁৱলীয়া ৰাইজৰ আশা-আকাঙ্ক্ষা অভাৱ-অভিযোগ আদি সমস্যাসমূহৰ অৱলম্বনত ৰচিত উপন্যাস। শইকীয়াৰ "মন্দাক্ৰান্তা" আৰু "মেঘমল্লাৰ" জনপ্ৰিয় সামাজিক উপন্যাস। নতুন সম্ভাৱনাপূৰ্ণ কথাশিল্পী **লক্ষ্মীনন্দন বৰাৰ** "নিশাৰ পূৰবী", "গঙা চিলনীৰ পাখি", "ছাঁ জুইৰ পোহৰত" আৰু "আকাশ চমকি ৰয়", **কৈলাস শৰ্মাৰ** "বিদ্ৰোহী নগাৰ হাতত" আৰু "অনামী নাগিনী", **নাৰায়ণ বেজবৰুৱাৰ** "নতুন দিগন্ত" আৰু "প্ৰেৰণাৰ

প্ৰতীক", ঘনকান্ত গগৈৰ "সোণৰ নাঙল" আৰু "ভূমিকন্যা" আদি স্বাধীনোত্তৰ কালত ৰচিত উল্লেখযোগ্য উপন্যাসৰ নিদৰ্শন।

যোৱা দশকৰ শেষৰ ফালৰপৰা অসমীয়া ঔপন্যাসিকৰ উদ্ভাৱন আৰু উপন্যাস সৃষ্টিৰ গতি যথেষ্ট দ্ৰুত হৈ পৰিছে। সিবিলাকৰ ভালেমানে অৱশ্যে তাৰ আগতেই গল্পলিখকৰূপে পৰিচিত হৈ পৰিছে। আন এটা মন কৰিব লগীয়া কথা যে কেবাজনেও প্ৰথম প্ৰকাশতে ঔপন্যাসিক হিচাপে এটা সম্ভাৱনাপূৰ্ণ ভৱিষ্যতৰ সম্ভেদ দিব পাৰিছে। এই চাম লিখকৰ ভিতৰত সুৰেশচন্দ্ৰ গোস্বামীৰ "সাত ৰঙৰ নতুন কাৰেং", প্ৰেমধৰ ৰাজখোৱাৰ "ভুলৰ সমাধি", তিলক দাসৰ "শিল্পী" আৰু "মিলনৰ পথ ৰুদ্ধ কৰি", গোবিন্দ মহন্তৰ "কৃষকৰ নাতি", মথুৰা ডেকাৰ "দেৱগিৰি", সৌমাৰৰ "যৌতুক", সদা মৰলৰ "সোণাপুৰ" কামাখ্যা সভাপণ্ডিতৰ "জীৱনৰ দাবী", "হে আকাশ হে মৃত্যু", "ৰক্ত তৃষ্ণা", "জীৱনায়ন", ৰজনীকান্ত গোস্বামীৰ "পথৰং সন্ধানত", হোমেন বৰগোহাঁইৰ "সুবালা", কাঞ্চন বৰুৱাৰ "অসীমত যাৰ হেৰাল সীমা", নবীনচন্দ্ৰ ডেকাৰ "এম-এল-এ", কৃষ্ণপ্ৰসাদ বৰঠাকুৰৰ "লুইত-পাৰৰ ছোৱালী জনী" আৰু "লুইতৰ ইপাৰে সিপাৰে", ধৰ্মেশ্বৰ কটকীৰ "সোৱণশিৰী ভেটিৰ কোনে", পশুপতি ভৰদ্বাজৰ "উৰন্ত মেঘৰ ছাঁ", নলিনী চক্ৰবৰ্তীৰ "সূৰ্য হেনো লুকাই আছে এই অৰণ্যত", অতুল চক্ৰবৰ্তীৰ "বৰলা ভৱন", অভয় ডেকাৰ "জোনাক নিশাৰ ডাৱৰ", কামেশ্বৰ ঠাকুৰীয়াৰ "বাৰিষাৰ ঢল", লুম্মেৰ দাইৰ "পাহাৰৰ শিলে শিলে" আৰু "পৃথিৱীৰ হাঁহি" দেবেন্দ্ৰনাথ ভট্টাচাৰ্যৰ "আধুনিকা" আৰু "ভ্ৰান্তি", শুচিব্ৰতা ৰায়চৌধুৰীৰ "বা-মাৰলি", উমা বৰুৱাৰ "ছিয়েম নদীৰ ঢৌ" আৰু "লুইতৰ পাৰে পাৰে", হিৰণ্যময়ী দেৱীৰ "জীৱন সংগ্ৰাম", তৰুলতা বৰুৱাৰ "জীৱনৰ ধুমুহা", নিৰুপমা বৰগোহাঁইৰ "সেই নদী নিৰবধি" আৰু "এজন বুঢ়া মানুহ", দীনবন্ধু দাসৰ "মৰাজীৱন জীয়া স্বপ্ন", কনকলতা শইকীয়াৰ "বিপৰ্য্যয়", তৰুলতা



দত্তৰ "মাতৃহীন", মায়া দেৱীৰ "পৰিণতি", ৰিপুনাথ বুঢ়াগোহাঞিৰ "মৰহাফুলৰ জীয়া পাপৰি" আৰু "ৰঙা তেজৰ বগা নৈ", হেমকান্ত ভূঞাৰ "পথ আৰু উপপথ", মেদিনীকান্ত ঠাকুৰীয়াৰ "কৰুণা", ৰবীন কাকতিৰ "দিশহাৰা" আদি লেখত লব পৰা সাম্প্ৰতিক কালৰ নতুন উপন্যাস।

সাম্প্ৰতিক কালৰ আন এটা মন কৰিব লগীয়া কথা অনুবাদ উপন্যাস। কেবাজনো উৎসাহী সাহিত্যিকে ইংৰাজী-বঙালী-হিন্দী আদি ভাষাৰ শ্ৰেষ্ঠ উপন্যাসৰ অসমীয়া অনুবাদ কৰিবলৈ প্ৰয়াস কৰিছে। সিবিলাকৰ ভিতৰত ভগৱান গোস্বামীৰ "শ্ৰীহৰ্ষ চৰিত" আৰু "দশকুমাৰ চৰিত" সংস্কৃতৰপৰা অনূদিত হৈছে। চিত্ৰমহন্ত আৰু লোকনাথ ভৰালীৰ "চিত্ৰলেখা", নিৰুপমা ফুকনৰ "প্ৰতিমা", সুমতি তালুকদাৰৰ "জ্বালামুখী", নৱদ্বীপ পাটগিৰিৰ "এটি কলি দুটি পাত", চক্ৰেশ্বৰ ভট্টাচাৰ্যৰ "বাণভট্টৰ আত্মকথা" আদি হিন্দীৰপৰা অনূদিত হোৱা উপন্যাস। আনহাতে সাহিত্য একাডেমীৰ পুৰস্কাৰ পোৱা উৰিয়া উপন্যাসৰ সাৰ্থক অনুবাদ সত্যেন্দ্ৰনাথ শৰ্মাৰ "মাটিৰ মানুহ"। হংসনাথ ভট্টাচাৰ্যৰ "কৃষ্ণকান্তৰ উইল", কেশৱ মহন্তৰ "যোগাযোগ" আদি বঙালীৰপৰা অনূদিত হোৱা উপন্যাস। পিছে ইংৰাজীৰপৰাই অধিক সংখ্যক উপন্যাসৰ অনুবাদ ওলাইছে। তাৰে কিছুমান অৱশ্যে আলোচনীৰ পাতত ছোৱা ছোৱাকৈ প্ৰকাশ হোৱাৰ পিছতহে স্বকীয়া পুথি আকাৰত ওলাইছে। লক্ষেশ্বৰ শৰ্মাৰ "মাতৃ" আৰু হৰেন্দ্ৰনাথ কলিতাৰ "নগৰ দুখনৰ কথা" বহুকাল আগতে আৱাহনত ওলাইছিল। শৰ্মাৰ "পম্পিয়াইৰ প্ৰলয় কাহিনী" আন এখন অনুবাদ হোৱা উপন্যাস।

বিশ্ববিখ্যাত ইংৰাজী উপন্যাসৰ অনুবাদসমূহে অসমীয়া লিখক আৰু পঢ়ুৱৈসকলৰপৰা আশানুৰূপ সমাদৰ লাভ কৰিছে। এনেকুৱা উপন্যাসৰ ভিতৰত শান্তিৰাম দাসৰ "ছদ্মবেশী" আৰু

"মিলন মন্দিৰ", ৰোহিনী কুমাৰ বৰুৱাৰ "পৰম ক্ষুধা" আৰু "পমিলীৰ পৰিয়াল", কীৰ্তিনাথ হাজৰিকাৰ "ৰামধেনু", বীৰেন বৰকটকীৰ "কুমাৰী পৃথিৱী" আৰু "প্ৰেম আৰু শঙ্কাৰে", মহম্মদ পিয়াৰৰ "হাইফেন", আব্দুল লেইছৰ "টম ছায়াৰ", যতীন গোস্বামীৰ "বুঢ়া আৰু মানুহ", গোলোকচন্দ্ৰ দত্তৰ "থেইজ", প্ৰণীতা দেৱীৰ "জীৱনৰ লালসা", থানেশ্বৰ হাজৰিকাৰ "দীন দুঃখী", বিমল নাথৰ "প্ৰিয়বন্ধু", "প্ৰেম আৰু ভয়" আৰু "পাপ আৰু পৰাচিত", সুৰেন্দ্ৰমোহন দাসৰ "যুদ্ধ আৰু শান্তি" প্ৰফুল্লদত্ত গোস্বামীৰ "ৰজা", মহেন্দ্ৰ বৰুৱাৰ "অপমানিত আৰু লাঞ্ছিত", তপন দাসৰ "পাহাৰী ছন্দ", ৰাধিকা মোহন ভাগৱতীৰ "মুক্তা", মুক্তিনাথ বৰদলৈৰ "চাইলাচ মাৰনাৰ", বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ "দেৱ দুন্দুভি বাজে কাৰ বাবে", সত্যেন্দ্ৰনাৰায়ণ গোস্বামীৰ "বিদায় যুদ্ধ বিদায়", তৌফিক বৰুৱাৰ "সোণালী জখলা", ৰত্ন ওজাৰ "এই নদী মিচিচিপি", পদ্ম বৰকটকীৰ "প্ৰথম প্ৰেম" আৰু "হে বিদেশী বন্ধু", ইমৰাণ শ্বাহৰ "ইনকিলাব" আৰু "জোনাকৰ ছবি", সতীশ ৰাজখোৱাৰ "ৰক্তাক্ষৰ", ৰায়হান শ্বাহৰ "কাণ্ডিড" আদিৰ নাম উল্লেখ কৰিব পাৰি।

অসমীয়া সাহিত্যত শিশু উপন্যাসৰ সংখ্যা নিচেই তাকৰ। হৰগোবিন্দ শৰ্মাৰ "পাতালপুৰী", প্ৰেম নাৰায়ণৰ "পোহৰৰ বাটত", যোগেন শৰ্মাৰ "সূৰয উঠা দেশৰ পিনে", বিশ্বনাৰায়ণ শাস্ত্ৰীৰ "হিমালয়ৰ কথা" আদি যি কেইখন আছে তাক একে উশাহে কব পাৰি। অৱশ্যে সম্প্ৰতি এই জাতীয় কেইখনমান উপন্যাসৰ অনুবাদ ওলাইছে যদিও অভাৱৰ তুলনাত ই তেনেই নগণ্য। ডিটেক্‌টিভ উপন্যাসৰ ক্ষেত্ৰতো অসমীয়া সাহিত্যৰ ভঁৰাল তেনেই শূন্য। যুদ্ধৰ আগে আগে কুমুদেশ্বৰ বৰঠাকুৰে এইবিধ ৰচনাত হাত দিছিল। তেওঁৰ "গোলাই চিৰিজৰ" অন্তৰ্ভুক্ত সৰু সৰু উপন্যাস কেইখনেই এইবিধ সাহিত্য ৰচনাৰ পথ নিৰ্দেশ কৰে।



যুদ্ধোত্তৰ কালৰ তথা বৰঠাকুৰৰ পৰৱৰ্তী ডিটেক্‌টিভ উপন্যাস লিখক হিচাপে প্ৰেমনাৰায়ণ দত্তই খ্যাতি ৰাখিব পাৰিছে। আচলতে তেৱেঁই শ্ৰেষ্ঠতম অসমীয়া ডিটেক্‌টিভ লিখক। দত্তৰ 'পা-ফু চিৰিজ' আৰু 'ৰহস্য চিৰিজৰ' অন্তৰ্ভুক্ত প্ৰায় ডেৰকুৰিখন উপন্যাস প্ৰকাশ হৈছে। আন দুই এজন লিখকৰ প্ৰচেষ্টাৰ কথা এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি। দীনেশ শৰ্মাৰ "ৰঙাপাখী", অৰুণ শৰ্মাৰ "বিদ্ৰোহী" আদি এই পৰ্যায়ৰ লেখত লব পৰা সফল উপন্যাস।

---